# ভূমি আৰু জীৱন







শ্ৰীঅতুলচন্দ্ৰ বৰুৱা এম. এ, এ. চি. এচ,

'সাহিত্যৰ ৰূপৰেখা' 'সমালোচনা-সাহিত্য',

'প্ৰজাপতিৰ নিৰ্ব্বন্ধ,' গল্প-ভাৰতী,

ওলট-পালট আদি গ্ৰন্থ-ৰচক

আৰু 'কাব্য-প্ৰভা'ৰ

সম্পাদক

প্ৰকাশক
শ্ৰীকৃষ্ণনাথ দাস
বন্ধু প্ৰকাশ
উজানবজাৰ
গুৱাহাটী

বেটু-পাতৰ চিত্ৰ-শিল্পী
শ্ৰীপ্ৰবোধ সেনগুপ্ত
শ্ৰীৰবীন্দ্ৰ ভট্টাচাৰ্য্য

প্ৰথম প্ৰকাশ : ১৯৫৮, অক্টোবৰ

মূল্য ৫৲ টকা

মুদ্ৰক
শ্ৰীৰাধাগোবিন্দ বসাক
শ্ৰীকান্ত প্ৰেছ,
৭৫, বৈঠকখানা ৰোড
কলিকতা—৯




# উৎসৰ্গ

পৰম আৰাধ্য শ্ৰীযুত ভোগৰাম বৰুৱা পিতৃদেৱতাৰ

শ্ৰীচৰণযুগলত

# নিবেদন

অভিজ্ঞতাৰ উম দি লিখা ভূমি সম্পৰ্কীয় কিতাপ অসমীয়াত নাই। আমাৰ ভাষা, সাহিত্য আৰু সমাজৰ তেনে এটি অভাৱ উপলব্ধি কৰি "ভূমি আৰু জীৱন" ৰচনা কৰা হৈছে। ই লি-কৰ সুদীৰ্ঘ এটি যুগৰ ভূমি-সংক্ৰান্ত বিষয়ৰ ক্ষুদ্ৰ অভিজ্ঞতা আৰু অধ্যয়নৰ ফল স্বৰূপ। ইয়াক যুগুত কৰোঁতে কংগ্ৰেছ এগ্ৰেৰিয়ান কমিটিৰ ৰিপোৰ্ট, কামৰূপ জিলাৰ 'ৰি-এছেছমেণ্ট গ্ৰুপ্ ৰিপোৰ্ট', 'হৰিজন' কাকত, 'আসাম লেণ্ড ৰেভিনিউ মেন্যুৱেল', 'চাইনা-টুডে', '১৯৫৭ৰ ভাৰত' আদি কাকত-পত্ৰ আৰু পুস্তকাদিৰ উপৰিও ছাৰ এডোৱাৰ্ড গেইট, বি. এইচ্ বেডেন পৱেল, ডাঃ ৰাধাকমল মুখাৰ্জ্জী, ডাঃ নীহাৰীলাল ৰায়, ডাঃ পি. ছাৰান, অধ্যাপক এছ. চন্দ্ৰশেখৰ, ডাঃ সূৰ্য্যকুমাৰ ভূঞা, ডাঃ বাণীকান্ত কাকতি, ডাঃ বিৰিঞ্চি কুমাৰ বৰুৱা, ঐতিহাসিক কনকলাল বৰুৱা, পত্মতাত্তিক ৰাজমোহন নাথ, পামি দত্ত, বিনোবা ভাবে, জে. চি. কুমাৰাপ্পা, পণ্ডিত জৱাহৰলাল নেহৰু আদি মণীষীসকলৰ প্ৰামাণ্য গ্ৰন্থৰাজিৰ পৰা যথেষ্ট সমল আহৰণ কৰা হৈছে। প্ৰবন্ধৰ পাদ-টীকাত সেইবোৰৰ অনেকৰে উল্লেখ আছে। এই কামত প্ৰতিবন্ধকৰ মাজেদি কেনেকৈ আগ বঢ়া হৈছে পুস্তকৰ প্ৰস্তাৱনাতে তাৰ আভাস আছে।

"ভূমি আৰু জীৱন" তিনি খণ্ডত বিভক্ত। প্ৰথম খণ্ডত ভূমি আৰু ভূমি বিভাগৰ ঐতিহ্য, দ্বিতীয় খণ্ডত ভূমিৰ মালিকী স্বত্ব আৰু ভূমি-নীতি সংস্কাৰৰ মূল কথা আৰু তৃতীয় খণ্ডত বৰ্ত্তমান ভূমি-বিষয়াসকলৰ কৰ্ত্তব্য আৰু আজকালৰ অভিজ্ঞতাৰঞ্জিত ঘটনা গোটাচেৰেক সন্নিবিষ্ট কৰা হৈছে। বুৰঞ্জীয়ে চুকি নোপোৱা কালৰ অথবা স্মৰণাতীত যুগৰ কাহিনী বৰ্ণোৱা কিঞ্চিৎ নিৰাপদ, নেদেখা দেৱতাৰ পৌৰাণিক কথা কোৱাও সহজ, কিন্তু জীৱন্ত লোকসকলৰ আৰু জীৱন্ত দেৱতাৰ বিষয়ে সত্য কথা বিবৃত কৰা সুকঠিন। কোনো

কোনো ক্ষেত্ৰত ই বস্তুতঃ বিপদ-সঙ্কুলো। সেই হেতুকে তৃতীয় খণ্ডৰ ঘটনা কেইটাৰ বৰ্ণনাতো কৰবাত ডাঁৰ যায় বুলি শঙ্কা কৰি এইছোৱা পুথি মোৰ চিৰ-হিতৈষী উপদেষ্টা আৰু বান্ধৱ-কৃষ্ণতুল্য গুৰু ন্যায়াধীশ শ্ৰীহলীৰাম ডেকা ডাঙৰীয়াক দেখুৱা হৈছিল। তেখেতে অ'ত-ত'ত হাত ফুৰাই গত্ লগাই দি আমাক কৃতাৰ্থ কৰিছে।

দাৰ্শনিক কবি আৰু ভূমি-নীতিজ্ঞ পণ্ডিত শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মাদেৱে "ভূমি আৰু জীৱন" ৰচনাত লিখকক নানা প্ৰকাৰে উৎসাহ দিয়াৰ উপৰিও ৰুগ্ন অৱস্থাৰ ভগ্ন স্বাস্থ্যেৰেও আওজা চকীত বহি লৈ ভালেকিখন ৰচনা নিজ কাণে শুনি আমাক আৱশ্যকীয় পৰামৰ্শ দিছিল। লিখক তেখেতৰ ওচৰত বিশেষ ভাৱে ঋণী। চাকৰি-জীৱনৰ গুৱাহটীয়া কালডোখৰত সাহিত্য-ক্ষেত্ৰত যৎকিঞ্চিৎ যি চেষ্টা কৰা হৈছে সেই সকলোখিনিৰ গুৰিত আছে বিখ্যাত ৰস-সাহিত্যিক আৰু ঔপন্যাসিক বন্ধু শ্ৰীপ্ৰেমনাৰায়ণৰ খোঁচনি বা উদগণি। তেখেতৰ উপকাৰৰ শলাগ অন্তৰতহে অনুভৱ কৰা যায়। এই সকলৰ উপৰিও ডাঃ জীৱকান্ত শইকীয়া, ডাঃ মহেশ্বৰ নেওগ সুসাহিত্যিক শ্ৰীবেণুধৰ শৰ্ম্মা, কথাশিল্পী শ্ৰীলক্ষেশ্বৰ শৰ্ম্মা, সাহিত্যামোদী শ্ৰীখনীন্দ্ৰ চন্দ্ৰ বৰুৱা, শ্ৰীশৰৎচন্দ্ৰ বৰুৱা আদি সদাশয় লোকসকলে উৎসাহ আৰু সুপৰামৰ্শেৰে লিখকক সততে সহায় কৰি আহিছে।

শেষত এইটো নকলে নচলে যে গুৱাহাটী আলোচনা চক্ৰৰ সভ্য সকলৰ কাৰণে 'ভূমি আৰু জীৱন' ন-চিচাত ভৰোৱা পুৰণি তেল মাথোন। ইয়াকেই ভাষাজননীৰ পূজাৰ উদ্দেশ্যে সদাশয় পাঠক-পূজাৰীসকলৰ ওচৰত 'মিনতি হামাৰী' স্বৰূপে নিবেদন কৰা হ'ল। ইতি

গুৱাহাটী
২ অক্টোবৰ, ১৯৫৮

শ্ৰীঅতুল চন্দ্ৰ বৰুৱা

# সূচীপত্র

## ( প্ৰথম খণ্ড )


| | | |
|---|---|---|
| ১। | প্ৰস্তাৱনা ... ... ... | ১ |
| ২। | মাটিৰ আকৰ্ষণ ... ... ... | ৭ |
| ৩। | সমাজ, কৃষি আৰু গাঁৱৰ ইতিবৃত্ত ... ... | ১২ |
| ৪। | ভূমি বিভাগৰ আঁতিগুৰি ... ... | ২৩ |
| ৫। | আকবৰী ভূমি নীতি ... ... | ২৮ |
| ৬। | পুৰণি কামৰূপ ৰাজ্য, তাৰ শাসন-প্ৰণালী আৰু ভূমি-নীতি ... | ৩৪ |
| ৭। | আহোম যুগৰ শাসন-প্ৰণালী আৰু বিষয় বাব আদি | ৪৯ |
| ৮। | আহোম আৰু আদি-বৃটিছ যুগৰ ভূমিনীতি আৰু খাজানা | ৬৫ |
| ৯। | অসমৰ বিভিন্ন ধৰণৰ জমিৰ চমু ইতিবৃত্ত ... | ৭৬ |


## ( দ্বিতীয় খণ্ড )


| | | |
|---|---|---|
| ১০। | ভূমি-নীতি সংস্কাৰৰ পটভূমি ... ... | ৯১ |
| ১১। | ভূমি-নীতি সংস্কাৰৰ ভূমিকা ... ... | ৯৬ |
| ১২। | মাটিৰ মালিকী স্বত্ব আৰু খাজানাৰ মূল তত্ত্ব ... | ১০৭ |
| ১৩। | তলতীয়া ৰায়ত ... ... ... | ১২৪ |
| ১৪। | বাটোৱাৰা আৰু ভূমিৰ খণ্ডীকৰণ নীতি ... | ১৪১ |
| ১৫। | সমবায় খেতি ... ... ... | ১৪৯ |

১৬। ভূদান ... ... ... ১৫৯

১৭। চেটেলমেণ্ট, চিলিং, আধিয়াৰ আৰু প্ৰজাস্বত্ব আইনৰ আভাস ... ... ১৭২

( তৃতীয় খণ্ড )

১৮। হাতীৰ পিঠিত মাটি বিচাৰি .. ... ১৮৭

১৯। মাণিকৰ জানত টুলুঙা নাৱৰ বুকুত... ... ২০১

২০। ইঞ্জিনিয়াৰিং কলেজৰ স্থান নিৰূপণ ... ২১৯

২১। মন্ত্ৰীৰ লগত খেতি পৰিদৰ্শনত .. ... ২৪০

২২। গোটাচেৰেক মন্তব্য ... ... ... ২৫৭

# ভূমি আৰু জীৱন

## ( প্ৰথম খণ্ড )

## প্ৰস্তাৱনা

একাণপতীয়া অধ্যয়ন আৰু ধাৰাবাহিক লেখা যাৰে তাৰে ভাগ্যত নঘটে। যিসকলৰ জীৱনত "পঢ়ে, পঢ়ুৱায়, ৰোৱে পাণ; এই তিনি নিচিন্তে আন," বচন খাটে তেওঁলোকেহে অধ্যয়ন আৰু ৰচনাক জীৱনৰ ব্ৰতৰূপে লব পাৰে। সঁচাকৈ ব্ৰত নহলে, ঐকান্তিকতা আৰু অধ্যৱসায় নাথাকিলে--কোনো মহৎ কাম হব নোৱাৰে। সেইবুলি খন্তেকীয়া চিন্তা আৰু ছেগা-চোৰোকা চেষ্টাৰ দ্বাৰা যে কোনো কামেই নহয় এনেও নহয়। টুকুৰা-টুকুৰ কাঠেৰেও নানা সজুলি তৈয়াৰ হোৱাৰ দৰে খন্তেকীয়া চিন্তা আৰু চেষ্টাৰ ফলতো ক্ষুদ্ৰ ক্ষুদ্ৰ ধৰণৰ জনহিতকৰ কাম হৈ উঠে। কোনো চিন্তাই বিফলে নাযায়। কবিয়েও কৈছে --

'যি কামকে কৰা, যি ভাবকে ভাবা, যি কথাকে কবা ভাই ;

তাৰে গুটি পৰি, শস্য গজিব, আনিব লাগিব দাই।'—

সেয়েহে ভাবতৰঙ্গ স্বৰূপে এই ক্ষুদ্ৰ পুস্তক প্ৰণয়নৰ প্ৰচেষ্টা। চৰকাৰী চাকৰিৰ হেঁচাৰ মাজেদি, ডাৱৰীয়া বতৰত বেলি চোৱাৰ দৰে, মনে যেতিয়াই খন্তেকৰ কাৰণে মুকলি পৃথিৱীখনৰ কাৰ্য্যাৱলী নিৰীক্ষণ কৰিবলৈ অৱসৰ পায় তেতিয়াই ভাব-তৰঙ্গিনীৰ ঢৌ একোটা উঠে। তাহানি কবি ভোলানাথ দাসে

তেখেতৰ ক্ষুদ্ৰ ক্ষুদ্ৰ কবিতাবোৰক কিয় 'চিন্তা-তৰঙ্গিনী' নাম দিছিল আজিহে বুজিব পাৰিছোঁ। মানুহৰ মনটো সঁচাকৈয়ে যেন এখন নিজৰা আৰু চিন্তাবোৰ তাৰ সৰু সৰু ঢৌ। নৈৰ বুকুত মিলি নোযোৱালৈকে নিজৰা অবিৰাম বৈ থকাৰ দৰে শেষ নিশ্বাস নপৰালৈকে জীৱন-প্ৰবাহো চলি থাকে। ধীৰ-স্থিৰভাৱে আত্ম-বিশ্বাস আৰু ভগৱানত ভাৰসা ৰাখি চলি থকাই জীৱনৰ ধৰ্ম্ম।

সংসাৰত মানুহে বিচাৰে কি? কিহৰ কাৰণে মানুহ বলিয়া? কোনেও অস্বীকাৰ কৰিব নোৱাৰে যে সংসাৰী মানুহৰ একমাত্ৰ কাম্য বস্তু সুখ-শান্তি। এই সুখ বা শান্তিক নানা ফালৰ পৰা চাই নানা জনে নানা প্ৰকাৰে কল্পনা কৰে। বাস্তৱত সম্পূৰ্ণৰূপে উপলব্ধি কৰিব নোৱাৰা ই এটি আদৰ্শ বুলি কলেও বেছি অন্যথা নহব। পুত্ৰহীনে পুত্ৰ কামনা কৰে; পুত্ৰ লাভ হলে তেওঁ কেতিয়াও কব নোৱাৰে যে তেওঁ প্ৰকৃত সুখ পাইছে। তেতিয়া তেওঁৰ বাসনা অন্য কোনো বস্তু লাভৰ কাৰণে ঢাল খায়। ধনহীনে ধন বিচাৰে। ধন পালেও কিন্তু তেওঁ সুখী হলোঁ বুলি কব নোৱাৰে। সংসাৰৰ ভোগ আৰু ভোগ-লিপ্সা এনেকুৱাই। সেইবাবেই ৰহস্যবাদী কবিয়ে সুৰীয়া ভাষাত কৈছে—

"ভোগতেই মানুহৰ তৃপিতি পলোৱা হলে—
বাসনাও নোৱাৰে থাকিব;
মানুহৰ বাসনাৰ সমাধি শয়ন হলে—
জীৱন-মৰণো নাথাকিব।" —নলিনী দেৱী

গতিকে দেখা যায় সুখ-শান্তি সংসাৰত মৰীচিকাভ্ৰমৰ দৰে। ইয়াৰ শিপা মনৰ ভিতৰত। মনৰ মাজতে তাক বিচাৰি নাপালে বাহ্যিক জগতত পোৱা নাযায়। সেই ভাবতে ইংৰাজ কবি মিল্টনে কৈছিল—মানুহৰ মনেই স্বৰ্গ আৰু নৰকৰ সৃষ্টি কৰে, স্বৰ্গকো নৰকলৈ আৰু নৰককো স্বৰ্গলৈ পৰিবৰ্ত্তন কৰিব পাৰে।* আমাৰ দুৱৰা কবিয়েও ওমবৰ সুৰত কৈছে—

"মনৰ মাজত পুৰিলে বাসনা
ধৰিবা তাকেই সৰগ বুলি
বিফল বাসনা কঠোৰ নিৰাশে
ধৰে নৰকৰ ছবিটি তুলি।"

(দুৱৰা)

মনৰ মাজত শান্তি-অমৃতৰ বীজ যাৰ নাই তেওঁ তাক বাহিৰত হাজাৰ বিচাৰিলেও নাপায়। অথবা এইদৰেও কোৱা যায় যে যি নিজৰ মনৰ মাজতে থকা সুখৰ এই উপাদানটি অনুভূতি আৰু কল্পনাৰ মাজেদি উপলব্ধি কৰিবলৈ যত্নবান নহয়, তেওঁ কেতিয়াও সুখী হব নোৱাৰে। এই সুখানুভূতি উপলব্ধিৰ কাৰণে ভগৱৎ করুণাৰ দৰকাৰ। কৰ্ত্তব্যকে ধৰ্ম্ম বুলি ধৰি লৈ যি লোকে জীৱন-যুঁজত আগ বাঢ়ে আৰু ফলাফল

* The mind is its own place, and in itself
Can make a heav'n of hell, a hell of heaven.
"Paradise Lost"—Book II.

সকলো ভগৱানত অৰ্পণ কৰিবলৈ শিকে তেওঁ মৃগনাভিৰ গন্ধকলাই পোৱাৰ দৰে অন্তৰ্নিহিত সুখ উপলব্ধি কৰিবলৈ শিকে। নেতাজী সুভাষ বসুৰ দৰে উগ্ৰ বিপ্লৱী পুৰুষেও তেওঁৰ চিঠি এখনত সেইবাবেই কৈ গৈছে—"মনের মধ্যে সুখ ও শান্তি নাথাকিলে কোনও অবস্থায় (বাহিৰের অভাব দূৰ হইলেও) মানুষ সুখী হইতে পাৰে না। সুতৰাং সাংসাৰিক সকল কৰ্ত্তব্য কৰাৰ সঙ্গে সঙ্গে বিশ্ব-জননীৰ চৰণে হৃদয় নিবেদন কৰা চাই।"

'মিনতি হামাৰী, 'শৰণং গচ্ছামি' এনে ধৰণৰ নিজক বিশ্ব-নিয়ন্তাৰ চৰণত ঢালি দি সৰু হৈ যোৱা ভাব যদি আমি মনলৈ আনিব পাৰোঁ, তেনেহলে আমাৰ ময়মত্ত অহমিকা ভাব নাইকিয়া হব। তেনে মুহূৰ্ত্তত প্ৰধান মন্ত্ৰীয়েও অন্তৰত উপলব্ধি কৰিব যে মূৰ্খ গাঁৱলীয়া এজনৰো জীৱন তেওঁৰ জীৱনৰ দৰেই একে পদাৰ্থেৰে আৰু ভাব-গতিৰে গঢ়া; একেডাল শিকলিৰে সিও এটা আঙঠি। গীতাত ভগৱান শ্ৰীকৃষ্ণই সেইবাবেই অৰ্জ্জুনক উপদেশ দিছিল—"হে কৌন্তেয়! যিকোনো কাম—ভক্ষণ, হোম, দান, তপস্যা, যিহকে নকৰা কিয় তাক মোত অৰ্পণ কৰি কৰিবা—"যৎ কৰোষি যদশ্নাসি যজ্জুহোষি দদাসি যৎ।

যৎ তপস্যসি কৌন্তেয় তৎ কুৰুষ্ব মদৰ্পণম্॥" ৯-২৭॥

কঠিন গছৰ সেউজীয়া পাতৰ মাজেদি সুগন্ধি ফুলটো ওলাই ওচৰৰ ঠাই আমোদিত কৰি তোলাৰ দৰে কঠোৰ কৰ্ত্তব্যেৰে ভৰা দুখময় জীৱনৰ মাজেদি মনত ফুলি উঠা শান্তি-পুষ্পও ব্যক্তি

আৰু সমষ্টিৰ কাৰণে হিতকৰ, প্ৰীতি-দায়ক আৰু মনোহাৰী। গীতাৰ মতে স্বধৰ্ম্ম বা কৰ্ত্তব্যৰ মাজেদিহে লোকে শান্তি, সুখ আৰু স্বৰ্গ পাব পাৰে। সেইবাবেই যুদ্ধক্ষেত্ৰত ম্ৰিয়মান অৰ্জ্জুনক সখা কৃষ্ণই কৈছিল—"স্বধৰ্ম্মে নিধনং শ্ৰেয়ঃ, পৰধৰ্ম্মো ভয়াবহঃ" অৰ্থাৎ নিজৰ কৰ্ত্তব্য কৰি লাগিলে মৰিয়ে যোৱা, আনৰ কৰ্ত্তব্য বা ধৰ্ম্মত হেতাওপৰা নকৰিবা। ক্ষত্ৰিয় হৈ যুদ্ধত-অৱতীৰ্ণ-হোৱা অৰ্জ্জুনৰ সেই সময়ত যুদ্ধ কৰাত বাহিৰে অন্য ধৰ্ম্ম নাছিল। "হতো বা প্ৰাপস্যসি স্বৰ্গং, জিত্বা বা ভোক্ষ্যসে মহীম্" অৰ্থাৎ যুদ্ধত মৰিলে স্বৰ্গ, তৰিলে ৰাজ্য—এয়ে আছিল তেওঁৰ লক্ষ্য।

গতিকে দেখা যায় যাৰ যি কৰ্ত্তব্য সেয়ে তাৰ ধৰ্ম্ম, আৰু নিজ নিজ কৰ্ত্তব্য বিবেক বুদ্ধিৰে সম্যকভাৱে কৰি যাব পৰাতেই তেওঁৰ সুখ আৰু পুণ্য হয়। শিক্ষকে শিক্ষাদান, খেতিয়কে খেতি, বনুৱাই কাম-বন, বিচাৰকে বিচাৰ—এই ধৰণে সকলোৱে নিজৰ কাম যথাশক্তি কৰি গলেই সমাজৰ আৰু দেশৰ উন্নতি হব। বৈজ্ঞানিক আৰু দাৰ্শনিকসকলে সেইবাবেই সৃষ্টিৰ কোনোটো বস্তুকে অলাগতিয়াল বুলি নাভাবে। তেওঁলোকৰ বিচাৰত যত্নেৰে উলিওৱা ভুল তত্ত্ব (theory) এটাৰ যি মূল্য শুদ্ধটোৰো সেই একে মূল্য; কিয়নো সময়ৰ সোঁতত কেতিয়াবা শুদ্ধ তত্ত্বটোও ভুল বুলি প্ৰমাণ হবগৈ পাৰে। গতিকে কোনো বস্তুৱে তেওঁলোকৰ মতে মূল্যহীন নহয়। তেওঁলোকৰ মানত কয়লা আৰু হীৰা একে বস্তু, তাপৰ তাৰতম্য মাত্ৰ। সেই

দৃষ্টিৰে চালে দেখা যাব যে হালৰ মুঠি ঠেলা চহা খেতিয়কজনৰ যিমান আৱশ্যক নিউটন, বাৰ্ণাৰ্ড শ্ব, নেহৰুৰো সিমানে আৱশ্যক। প্ৰত্যেকেই কোনো এক মহাজীৱনৰ যেন একোটা অঙ্গ, বিৰাট সৃষ্টিযন্ত্ৰৰ একো একোটা অংশ। সকলোৱে নিজৰ নিজ ক্ষেত্ৰত কৰ্ত্তব্য কৰি গলেহে ধৰ্ম্ম আচৰণ কৰা হব। তেনে এটি ধাৰণাই 'ভূমি আৰু জীৱন' ৰচনাৰ কাৰণে বিশেষকৈ দায়ী। কিয়নো ভূমি বিভাগত কাম কৰি ভূমিৰ কথা আৰু ভূমি বিভাগৰ কৰ্ম্মচাৰীৰ জীৱনৰ কিঞ্চিৎ আভাস আমাৰ দেশৰ ভৱিষ্যৎ সকলৰ আগত দাঙি নধৰিলে—"মেলত থাকি নামাতে উচিত, দোষে পায় কিঞ্চিৎ কিঞ্চিৎ" হব বুলি আমাৰ ধাৰণা। সেয়েহে ভাগৱতৰ উপদেশ মানি প্ৰস্তাৱনা আগবঢ়োৱা হল—"কৰোষি যৎ যৎ সকলং পৰস্মৈ, নাৰায়ণেতি সমৰ্পয়েতৎ"।

---

# মাটিৰ আকৰ্ষণ

মাটি বুলিলেই বহুতৰে হয়তো মনটো বিগৰি যায়। 'সকলো মাটি কৰিলি', 'যত্ন-চেষ্টা সকলো মাটি হ'ল'—এনে কথাই মনলৈ বিফলতাহে আনে। মাটি এৰিবৰ এই ইচ্ছাটো মনৰ কোনটো কোণত লুকাই থাকে বুজা নাযায়। মাটিৰ পৃথিৱীতে থাকি, মাটিৰ শৰীৰকে লৈ মানুহে মাটিকে এৰি ফুৰিব খোজে কিমাশ্চৰ্য্যং অতঃপৰম্ ?

পিছে, ভূমি বা মাটিৰ কথা শুনি আপুনি মুখ বিদৰাই দিব পাৰে সঁচা, কিন্তু মাটিৰ লগত থকা সম্বন্ধটো হলে মৰিও এৰিব নোৱাৰে। ধৰক, ৰাজকোঁৱৰ আপুনি ; সোণৰ পালেঙত আপোনাৰ মাক-বাপেক শোৱে ; সোণৰ পালেঙত আপুনি উপজিছে ; সোণৰ কটাৰীৰেহে আপোনাৰ নাভি-চ্ছেদন কৰা হৈছে ; তথাপি সোণৰ পালেঙত জন্মা বুলিও আপোনাক জানো স্বৰ্ণ-পালঙ্কস্থ হোৱা বুলি কব ? কব ভূমিস্থ হোৱা বুলিহে। 'মোৰ জীৱন সোঁৱৰণ' বোলা প্ৰবন্ধত ৰসৰাজ বেজবৰুৱাই সেইবাবেই কৈছিল —নামত ভূমিস্থ হৈছিল যদিও আচলতে তেওঁ হেনো নৌকাস্থহে হৈছিল। কাৰণ পূৰ্ণিমা নিশা নাৱেৰে মাক-বাপেক ব্ৰহ্মপুত্ৰত উজাই আহোঁতে নৌকাত তেওঁৰ জন্ম হৈছিল।

মাটিৰ লগত উমলিবলৈ, মাটিত ধূলি-ঘৰ সাজি দৰা-কন্যা

খেলিবলৈ হাবিয়াস হোৱাটো সকলো লৰা-ছোৱালীৰে প্ৰবৃত্তি। আনকি হিন্দুসকলৰ গোসাঁই ক'লীয়া কৃষ্ণয়ো এদিন মাটি খাই মাটিত লুতুৰি-পুতুৰি হৈ থাকিহে আমোদ পাইছিল, আৰু সেইবাবেই আন আন দহজনী সাধাৰণ মাকৰ দৰে তেওঁৰ মাক যশোদাই খঙত একোনাই হৈ কৈছিল—"কিয় মাটি খাইলি অ'ৰে গোপাল। কোবায়া আজি তোৰ ছিঙিবো ছাল॥" তেতিয়া—"মই মাটি খোৱা নাই, লাগিলে চোৱা" বুলি কৃষ্ণে যেতিয়া মুখ মেলি মাকক দেখুৱালে, তেতিয়া যশোদাই তাত দেখিলে কি?—"যশোদা সুন্দৰী দেখন্ত পাছে। সমষ্ট জগৎ গৰ্ভতে আছে॥" ইত্যাদি; ইয়ো সেই মাটিৰে কথা।

মহাকবি টেনিছনৰ অমৰ কবিতা ইনক-আৰ্ডেনত আছে—ইনক-আৰ্ডেন, ফিলিপ ৰে আৰু এনীলী—ইহঁত তিনিও হেনো সাগৰৰ বালিত ধূলিঘৰ সাজি দৰা-কন্যা খেলিছিল। তাতে কোনো দিন ইনক হয় দৰা এনীলী কন্যা আৰু ফিলিপ আলহী। আকৌ কেতিয়াবা ফিলিপ দৰা, এনীলী কন্যা আৰু ইনক আলহী। কন্যা সদায় এনীলীয়ে হয়, দৰা হোৱা লৈ ফিলিপ আৰু ইনকৰ মাজত কেতিয়াবা যুঁজ লাগে। তেতিয়া বেচেৰী এনীলীয়ে এই বুলি আশ্বাস দি কাজিয়া ভাঙি দিয়ে—

"কিয়নো কন্দল বাৰু কৰাইক দুয়ো অবাবত।
হৈ ক্ষুদ্ৰ পত্নী মই তোষিম দুয়োকো তোমাসাৰ উভয় গৃহত॥"

—(দীননাথ চহৰীয়া); ইও মাটিৰে কথা।

আজিও আপুনি আকাশী যানত অভিলাষমতে বিহৰণ আৰু বিচৰণ কৰিব পাৰে, জাকজমকীয়া জাহাজত জল-ভ্ৰমণ কৰিব পাৰে ; গগণ-স্পৰ্শী উচ্চ অট্টালিকাৰ ভিতৰত গৰম কালি চেৰ্টা বতাহ লৈ আৰাম কৰিব পাৰে, কিন্তু ভূমি এৰিব নোৱাৰে ; মাটিৰ লগত সম্বন্ধ বিচ্ছিন্ন কৰিব নোৱাৰে। যি পঞ্চ-ভূতেৰে আপোনাৰ শৰীৰ গঠিত, তাৰো প্ৰথমটোৱেই ক্ষিতি বা মাটি। "মাটিৰ মানুহ ভাই, মাটিতে মিলিবা যাই" এই কথা ধ্ৰুৱপ।

সেই দেখিয়েই নেকি মাটিয়ে মানুহক অনুক্ষণ, অহৰহ, অবিৰামভাৱে আকৰ্ষণ কৰি থাকে। দকৈ গমি চালে দেখা যাব যে মানুহক কিয় ফল, ফুল, ডাল, পাত, চৰাই-চৃকতি আদি ওপৰত থকা সকলো বস্তু বা জীৱজন্তুকেই মাটিয়ে নিজৰ বুকুলৈ আকৰ্ষণ কৰি থাকে। সকলোবোৰ যেন ধৰিত্ৰীৰ বুকুৰ আগ-মঙ্গহ, আৰু সেয়েহে ধৰাই সকলোবোৰকে নিজৰ কলিজাৰ ওচৰলৈ আকৰ্ষণ কৰি থাকে। পণ্ডিত নিউটনে সেই আকৰ্ষণৰ কথা ভাঙ্গি-পাতি আমাৰ আগত কোৱাৰ আগতেও পৃথিবীৰ সেই আকৰ্ষণ আছিল আৰু আমি স্বীকাৰ নকৰিলেও সি থাকি যাব। মানুহৰ পঞ্চভূতী দেহৰ আদি আৰু অন্তও সেই মাটিয়ে। মাটিৰ মানুহে মাটিৰ মানুহৰ প্ৰতি হিংসা, দ্বেষ, প্ৰীতি, প্ৰেম, দয়া, দাক্ষিণ্য আদি দেখুৱাই পুনঃ মাটিতে এদিন বিলীন হয়। মাটিৰ লগত থকা মানৱ জীৱনৰ এই অকাট্য সম্বন্ধ উপলব্ধি কৰিব পাৰিয়ে হবলা তাহানি মহামানৱ মহাত্মা গান্ধীয়ে মানুহৰ সকলো ৰোগৰ চিকিৎসা কেৱল মাটি-পানীৰেই কৰিব পাৰি বুলি বিশ্বাস

কৰিছিল আৰু কাৰ্য্যতো তাৰ প্ৰমাণ দিছিল। বিলাতলৈ যাওঁতে জাহাজত পৰি চাহেবৰ লৰাৰ হাত ভাগিলত মহাত্মাই তেওঁৰ লগত লৈ যোৱা মাটি-পানীৰে চিকিৎসা কৰি তাক আৰোগ্য কৰিছিল।

আকৌ চাওক, মাটিৰ কাৰণেই—বা তাকেই অন্য ধৰণে কলে ৰাজ্যৰ কাৰণেই আজি ইদেশৰ লগত সিদেশৰ কাজিয়া, ই ৰাজ্যৰ লগত সিৰাজ্যৰ যুদ্ধ চলিব লাগিছে। কুৰুক্ষেত্ৰ ৰণৰো সূত্ৰপাত হৈছিল—দুৰ্য্যোধনৰ বিনা যুদ্ধে সূচ্যগ্ৰ মেদিনী এৰি নিদিম বোলা একাষাৰ কথাতে। সীমাৰ মাটি অকণমানকে লৈ তেতিয়াৰেপৰা আজিও জানো সীমা-মূৰিয়লি অনেক লোকৰ ভিতৰত কুৰুক্ষেত্ৰৰ ক্ষুদ্ৰ তাণ্ডৱণ খেতিৰ পথাৰত অথবা দেৱানী, ফৌজদাৰী আদালতত নহয়? অভিজ্ঞতাৰপৰা এইটো সহজে কোৱা যায় যে যিমানে ডাঙৰ মানুহ হওক লাগিলে সীমাৰ এক ইঞ্চি মাটি বেছিকৈ পালেও জৰীপ কাৰকক ধন্যবাদ নিদিয়াই নাথাকে। মানুহৰ এই স্বাৰ্থপৰ মোহান্ধ ভাবেই অধিকখিনি কন্দলৰ মূল। বিশ্বগ্ৰাসী মহাযুদ্ধৰ যি কাৰণ, সাধাৰণ মাটিৰ কাজিয়াৰো সেই একে কাৰণ; আকৃতিতহে পৃথক, প্ৰকৃতিত নহয়। বিভিন্ন দেশৰ মাজত হোৱা ভূমি সংক্ৰান্ত বিবাদবোৰ অনেক সময়ত নিৰপেক্ষ আয়োগৰ দ্বাৰা বিচাৰ কৰোৱা হয়; সৰুসুৰা মাটিৰ কাজিয়াবোৰ ঠিক কৰে মণ্ডলে। তাতে বিবদমান জাতিৰ ভিতৰত আপোচ নহলে বা কন্দল নুগুচিলে দোষী হয় বিচাৰক মণ্ডলী বা নিৰ্ব্বাচিত আয়োগ। সীমাৰ কাজিয়াত

বিবাদ নাভাঙ্গিলে যত দোষ নন্দ ঘোষ হয় মণ্ডল। তেতিয়া কোৱা হয় মণ্ডলেই কন্দলৰ গুৰি; আৰু জমি জমাৰ পুথি পাঁজি হাতত থকা কাৰণেই শিক্ষাত ক-ক-ম-ম পঢ়া মণ্ডলো হয় 'গ্ৰামস্থ ৰাজা।'"

তেনেহলে দেখা যায় মানুহে ভূমিতে জন্মি, ভূমিৰ উৎপন্নেৰে জীৱিত আৰু পৰিবৰ্দ্ধিত হৈ ভূমিতে পুনঃ লীন যায়। জীয়া কাল ডোখৰতো ভূমিয়ে তেওঁক নানা প্ৰকাৰে আকৰ্ষণ কৰি থাকে। বাল-যৌৱন-জৰা কোনো অৱস্থাতে মানুহে ভূমিৰ আকৰ্ষণ এৰাব নোৱাৰে। এতিয়া দেশে দেশে জন-সংখ্যা বঢ়াৰ লগে লগে ভূমি-সমস্যাও বাঢ়ি আহিছে। আনকি ভাৰত, চীন আদিৰ দৰে কৃষি-প্ৰধান দেশবোৰৰ প্ৰধান সমস্যাও হৈছে ভূমি সমস্যাই। চীন দেশে আজি শ-শ বছৰৰ অন্তত ভূমি সমস্যা প্ৰায় সমাধান কৰিলে। ভাৰতত আজি সেই সমস্যাই নেতাসকলক চিন্তাগ্ৰস্ত কৰি তুলিছে। অকল নেতাসকলেই নহয়, সকলো চিন্তাশীল ব্যক্তিয়ে এই সমস্যাৰ কথা ভালকৈয়ে ভাবিছে; ৰজা-ৰাইজ সকলোৰে উমৈহতীয়া চিন্তাধাৰা আৰু কাৰ্য্য কোন পথেদি আগুৱাব লাগিছে—সেইটো নিৰপেক্ষভাৱে বিচাৰ কৰি সকলোৱে এই সময়ত নিজ নিজ কৰ্ত্তব্য কৰা উচিত। তাকে নকৰিলে বা কৰিব নোৱাৰিলে বনাগ্নিয়ে গছ-লতা গ্ৰাস কৰাৰ দৰে সময়ৰ সোঁতে সকলোকে উটাই-বুৰাই লটি-ঘটি কৰিবই; ৰক্ষা নাই।

---

# সমাজ, কৃষি আৰু গাঁৱৰ ইতিবৃত্ত

মানুহ স্মৃতিৰ পূজাৰী। আবহমান কালৰপৰা সি স্মৃতিৰ পূজা কৰি আহিছে আৰু অনন্ত কাললৈ তাকে কৰি থাকিব। আগলৈ চোৱাৰ লগে লগে মানুহে পাছলৈও চায়; ভৱিষ্যতৰ সোণালী কল্পনা মনলৈ অনাৰ লগে লগে অতীতৰ গৌৰৱময় স্মৃতিবোৰো সোঁৱৰণ কৰে। ব্যক্তিগত জীৱনত যিদৰে অতীত স্মৃতিৰ স্থান আছে, সেইদৰে সমাজতো আছে। গাঁৱলীয়া সমাজ, যাক লৈ আজি সভ্যতাই গৌৰৱ কৰি আহিছে, সেই সমাজনো কিদৰে পোনতে গঢ়ি উঠিছিল, সেই গাঁৱৰনো আদিতে কেনেকৈ সৃষ্টি হৈছিল—সেই কথাবোৰ কথা জানিবলৈ স্বাভাৱিকতে মানুহৰ ধাউতি হয়।

মানুহৰ বিষয়ে প্ৰথমে কোৱা হয় মানুহ সমাজপ্ৰিয় জীৱ। এই সমাজ-প্ৰিয়তা মানুহৰ জন্মগত প্ৰবৃত্তি নে পাৰিপাৰ্শ্বিকতাৰ প্ৰভাৱ? ভয়ত ইজনে সিজনৰ সহায় পাবলৈ বুলি মানুহ সমাজবদ্ধ হয় নে প্ৰবৃত্তিয়ে মানুহক তেনে কৰে? আদি মানৱ আদামে ঈভৰ সঙ্গসুখ বিচাৰিছিল নে জৈৱিক আকৰ্ষণৰ হেতুকে পাৰস্পৰিক সহানুভূতিসম্পন্ন সৰু সমাজ এখনি পাতি উন্নত জীৱন যাপন কৰিবলৈহে দুয়ো লগ লাগিছিল? এনেবোৰ কথাৰ সম্ভেদ নানাজনে নানাভাৱে দিলেও স্বীকাৰ কৰিব লাগিব যে সমাজ ঘাইকৈ প্ৰয়োজনে সৃষ্টি কৰা অনুষ্ঠান।

দূৰ অতীতৰ সেই যুগত যেতিয়া মানুহে ফলাহাৰ কৰি বা কেঁচা মাংসাদি খাই জীৱন যাপন কৰিছিল তেতিয়া আছিল যোগ্য ভোগ্যা বসুন্ধৰা (Survival of the Fittest) নীতিৰ পূৰ্ণ পয়োভৰ। জোৰ যাৰ মুলুক তাৰ—এয়ে আছিল ধৰিত্ৰীৰ বুকুৰ জীৱ-জগতৰ একমাত্ৰ নীতি বা আইন। হাবিৰ জীৱজন্তু আৰু মানুহ একেলগে থাকিছিল, একে নিচিনাকৈয়ে আহাৰ-বিহাৰ কৰিছিল। তেতিয়া প্ৰত্যেকৰ প্ৰাণৰ কাৰণে প্ৰতি মুহূৰ্ত্তে আছিল শঙ্কা। প্ৰতি মুহূৰ্ত্তে আগন্তুক বিপদৰ ভয়। কাৰণ, কাক কোনে মাৰি পেলায়, কি জন্তুৱে কি জন্তুক কোন মুহূৰ্ত্তত খায়, তাৰ ইয়ত্তা নাছিল।

মানুহক ভগৱানে চিন্তা কৰিব পৰা হিতাহিত জ্ঞান দি অন্য জীৱজন্তুতকৈ উচ্চ স্তৰৰ কৰি সৃষ্টি কৰিছে। গতিকে অন্য জীৱজন্তুৰ যৌথ সমাজ নৌ হওঁতেই জীৱনৰ শঙ্কা আৰু বিপদ-বিঘিনিবোৰৰ ভয়ে মানুহক সমাজ পাতি থাকি ইটোৱে সিটোক ৰক্ষা আৰু সহায় কৰিবলৈ শিকালে। এইদৰেই মানুহে নিজৰ সুবিধাৰ কাৰণে পোনতে থাকিবলৈ লৈছিল নদীৰ পাৰত অথবা পাহাৰত। নদীমাতৃক সভ্যতা আৰু পাহাৰী সভ্যতা দুয়োটা সভ্যতা এইদৰেই আৰম্ভ হৈছিল। নৰকাসুৰ, ভগদত্ত আদি ৰজাসকলৰ ৰাজধানী আছিল পাহাৰৰ ওপৰত। ইফালে খৃষ্টপূৰ্ব্ব প্ৰায় বাৰ হাজাৰ বছৰৰ আগতে ইউফ্ৰেটিছ আৰু নীল নদীৰ পাৰতে কৃষি প্ৰধান মানৱ সমাজে পোনতে গঢ় লৈছিল বুলি পণ্ডিতসকলে কয়। ভাৰতীয় সভ্যতা

তেনেকুৱা দুয়োবিধ সভ্যতাৰে সংমিশ্ৰণ বুলিহে জ্ঞানী লোকে কয়। *

গাওঁবোৰেই সমাজ, কৃষ্টি আৰু সভ্যতাৰ আদিম আৰু প্ৰাচীনতম কেন্দ্ৰ। প্ৰাণৰ শঙ্কাত ত্ৰান পাবৰ কাৰণে সৃষ্টি কৰি লোৱা মানৱৰ এই সমূহীয়া অনুষ্ঠানটোৱে কেনেকৈ গৈ ক্ৰমাৎ ৰাজ্যত পৰিণত হ'ল আৰু সেয়ে সময়ৰ সোঁতত গৈ কেনেকৈ সুন্দৰ সুশোভন ৰম্য পুৰীৰ সৃষ্টি কৰিলে ভাবিলে আচৰিত হব লাগে।

সমূহীয়াভাৱে থাকিবলৈ লওতে পোনতে প্ৰত্যেক সমাজ বা গাঁৱতে একো একোজন লোকে নিজৰ বুদ্ধি আৰু শাৰীৰিক বলেৰে আনবিলাকৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰিবলৈ ধৰিলে। আৰু এইটো এটা মনোবিজ্ঞান সঙ্গত কথা যে শক্তি আৰু গুণত

* The confluence of the Aryans and the Dravidians in India is an example nearer home. It was a meeting of the mountain civilization of the North and the sea civilization of the South. They had lived unknown to one another for thousands of years. When they met, they had both war and peace, segregation and mixure. Both had their independently developed separate cultures. The Aryans were more intellectual and the Dravidians were more devotional. Their confluence ultimately produced a big nation in which good points of both the North and the South were absorbed—Vinoba Bhave

—"Harijan", 22. 9. 51.

সাধাৰণক যি চেৰ পেলাব পাৰে তাৰ আশ্ৰয় আৰু নেতৃত্ব পাবলৈ দুৰ্ব্বলসকলে সদায় ইচ্ছা কৰে। বলে নোৱাৰা শিলক বোলে পৰি নমস্কাৰ কৰিব লাগে। প্ৰথমতে সমাজ গঢ়ি উঠিবলৈ ধৰোতেও দুৰ্ব্বল মানুহসকলে সবলৰ ওচৰত সেইদৰেই সেও হব লগীয়া হৈছিল। এইদৰে প্ৰত্যেক গাওঁ বা প্ৰত্যেক সমাজতে একোজন বাহুবলী, বুদ্ধিমান লোকেই নেতৃত্ব কৰিছিল। তেওঁৱেই যিদৰে চলাইছিল অন্য লোকে সেইদৰে চলিছিল। তেওঁৱেই খেতিবাতিৰ কাৰণে মাটি ভগাই দিছিল, কাজিয়া-পেচাল হলে বিচাৰ কৰিছিল আৰু বিপদ-আপদৰ সময়ত দিহা-পৰামৰ্শ দি সহায় কৰিছিল। সাধাৰণতে এই বাব পুত্ৰ পৰম্পৰাভাৱে চলি আহিছিল। কিন্তু যেতিয়া গৈ তেনে নেতৃত্ব কিছু দুৰ্ব্বল লোকৰ হাতত পৰিছিল তেতিয়া অন্য যোগ্যবান লোক ওলাই বলেৰে সেই নেতৃত্ব কাঢ়ি লৈছিল। এইদৰে যুঁজ-বাগৰ কাজিয়া-কন্দল আদিও সমাজত মাজে সময়ে চলি আহিছিল। নেতাৰ পৰিবৰ্ত্তন ঘটিলে শাসনৰ ৰীতি-নীতিও কিছু বদলি হৈছিল। * এই দৰেই সৃষ্টি হৈছিল আমাৰ শুৱনি গাঁওখনি, যাৰ বৰ্ণনা কবিয়ে দিছে—

শুৱনি আমাৰ গাঁওখনি অতি শুৱনি গছেৰে ভৰা।
ডাল ভৰি ভৰি ফলফুল লাগে কত পাওঁ তলসৰা॥

* Indian Tenures are largely the result of changes and growths, the fruit of the wars and incursions, tribal and local conquests or usurpations and the rise and fall of ruling families.—Land Revenue in British India —by Baden Powell

শুৱনি আমাৰ ধাননি পথাৰ ধানেৰে উপচি পৰে।
শুৱনি নদীৰ পানীভৰা ঘাট মুদৈয়ে বেপাৰ কৰে॥
ইত্যাদি

( ২ )

এনে ফলফুলে উভৈনদী, গছ-বিৰিখেৰে সুশোভন, বিনন্দীয়া গাঁওখনিত খেতি কেনেকৈ আৰম্ভ হৈছিল, নাঙলৰ উৎপত্তি কেনেকৈ হল, ধান, মাহ, মাকৈ, য'ধান আদিৰ খেতি মানুহে কিদৰে কৰিবলৈ পালে ইত্যাদি কথাবো সম্ভেদ পণ্ডিতসকলে বিচাৰ কৰিছে।

প্ৰথম অৱস্থাত মানুহ আছিল প্ৰকৃতিৰ বুকুৰ এটি বনৰীয়া জীৱ। বনত আহাৰ-বিহাৰ কৰি, বনৰ ফল মূল আৰু নৈ-নিজৰাৰ পানী খাই মনৰ স্বচ্ছন্দতাৰে ঘূৰি ফুৰাই আছিল মানুহৰ প্ৰবৃত্তি আৰু কাম।

প্ৰকৃতিৰ বিভীষিকাই আৰু হিংস্ৰ জন্তুবোৰৰ অত্যাচাৰে মানুহক থুল পাতি থাকিবলৈ শিকালে। হাবিয়ে-বননিয়ে ঘূৰি ফুৰোঁতে হিংস্ৰ জন্তুৰপৰা হাত সাৰিবলৈ নতুবা সৰুসুৰা চিকাৰৰ কাৰণে মানুহে একোডাল লাখুটি বা টোকন হাতত লৈ ফুৰিছিল। অনেক কামত সহায় কৰা কাৰণে এই টোকনক আজিও মানুহে নটা গুণেৰে বিভূষিত কৰে যেনে—

"হাত-সখা, পানী-জোখা।
নাই ঢাৰি বহিলি পাৰি।

শত্রুৱে নাপাৱে লাই ;
বাটৰ কুকুৰে থাকে চাই ।
শাকে শোকোতাই বান্ধিবি ভাৰ ;
নহল ব'ঠা হবি পাৰ ।
কিনো বুঢ়াৰ আমোল ;
ওভোটাই খুন্দে তামোল ॥"

এই লাখুটিয়েই আকৌ এসময়ৰ পুৰণি গড়গাঁও নগৰৰ স্বৰূপ সোঁৱৰাই দিয়ে—"গড়গাঁৱৰ পিছল বাট ; বুঢ়াকো নিচিনি, ডেকাকো নিচিনি, হাতেপতি লাখুটি পাত।" এই হেন লাখুটিকেই নাঙলৰ পূৰ্ব্ব-পুৰুষ বুলি ধৰি লব পাৰি। ইও এটা সাধুকথাৰ দৰে কাহিনী।

মানুহে কোনোবা এদিন হাবিত ফুৰি থাকোঁতে কোনো এঠাইত দেখিবলৈ পালে—কিছুমান ধুনীয়া ফলৰ গছ। খাই দেখে ফলবোৰ অকল দেখাতে ধুনীয়া নহয়, বহুদিনলৈ সাঁচি ৰাখিব পৰা ধৰণৰো। তেওঁ সেইবোৰ আনি ৰাখিলে আৰু তাৰ খেতি কৰিবলৈ মন মেলিলে। যেনেকুৱা ঠাইত এই গছবোৰ আগতে গজি আছিল ঠিক তেনেকুৱা ঠাইতে ইয়াৰ গুটি সিচি দি খেতি কৰা হ'ল। মাটিডোখৰত গুটিবোৰ যাতে সহজে পুতিব পাৰি তাৰ কাৰণে তাক খান্দি উপযুক্ত কৰিবলৈ লাখুটিকে পোনতে ব্যৱহাৰ কৰা হৈছিল। তাৰ পিছত গছৰ বেকা ডাল আনি তাৰে নাঙলৰ দৰে সজুলি তৈয়াৰ কৰি লোৱা হ'ল।

এইদৰেই হ'ল খেতিৰ সজুলি নাঙল প্ৰস্তুত, আৰু হাবিত অকস্মাতে পোৱা ফলবোৰেই হ'ল গম-ধান, য'ধান আৰু অন্যান্য ধানবোৰ। এই নাঙলৰ উৎপত্তি সম্বন্ধে কিন্তু নানা দেশত নানা কিংবদন্তি চলি আছে। তাৰে কেতবোৰৰ মতে মানুহক নাঙল পোনতে দেৱতাই দিছিল। গ্ৰীকসকলক দিছিল—ত্ৰিপ্তলেমচ্ (Triptolemos) দেৱতাই, ইজিপ্সিয়ানসকলক ওৰিছিছ (Orisis) দেৱতাই, স্পেইনদেশীয়সকলক দিছিল হেবিছ (Habis) দেৱতাই আৰু চীনদেশীয় লোকসকলক দিছিল ছেন নাং (Sheu Nung) দেৱতাই। ভাৰতৰ হিন্দুসকলৰ কাৰণে হলধৰ বা হলিৰাম স্বয়ং ভগৱানৰেই অৱতাৰ। হলধৰ বা নাঙল লোৱা অৱতাৰী পুৰুষৰূপে ভগৱান হেনো স্বয়ং অৱতীৰ্ণ হৈছিল। এইদৰে খেতিৰ আৰম্ভ আৰু নাঙলৰ ব্যৱহাৰ খৃষ্ট জন্মৰ বাৰ হাজাৰ বছৰৰো আগে হৈছিল বুলি পণ্ডিতসকলে অনুমান কৰে।

খেতি আৰম্ভ হোৱাৰ লগে লগে খেতিৰ মোহে সমাজপ্ৰিয় মানুহক সংঘবদ্ধভাবে থাকিবলৈ আৰু এটা কাৰণ যোগালে। খেতি ৰখি গছৰ ডাল-পাতেৰে ঘৰ বান্ধি থাকিবলৈ ভ্ৰাম্যমান মানুহক তেতিয়া অৱস্থাই বহু পৰিমাণে বাধ্য কৰিলে।

হাবি বননিত পোৱা জন্তুবোৰৰ ভিতৰতো গৰু অতি নিৰীহ দেখি তাকেই আনি পোনতে নাঙল টানিবলৈ ব্যৱহাৰ কৰা হয়। তাৰ আগতে মানুহেই নাঙল ঠেলি বা টানি কাম চলাইছিল। ভাৰতত আৰু নীল নদীৰ পাৰতেই প্ৰথমে গৰু পোহা হৈছিল

বুলি পণ্ডিত সকলৰ সিদ্ধান্ত। আগৰ দিনত যে গোধন ভাৰতীয়-সকলৰ এটা প্ৰধান সম্পত্তি আছিল তাক অলপ ভাবিলেই বুজা যায়। হিন্দুসকলে দোষৰ দণ্ড নিৰূপণ কৰিছিল প্ৰায়শ্চিত্ত ব্যৱস্থাৰে আৰু সেই প্ৰায়শ্চিত্তৰ গুৰুত্ব নিৰ্ণয় হৈছিল গৰুৰ মূল্যেৰে ; যেনে, দুই ধেনু প্ৰায়শ্চিত্ত, চাৰি ধেনু প্ৰায়শ্চিত্ত ইত্যাদি। গো-দান আছিল এটি পৰম পুণ্যৰ কাম। গো-ধন লৈ কৌৰৱ-পাণ্ডৱৰ যুঁজ, বিশ্বামিত্ৰ-বশিষ্ঠৰ মনোমালিন্য আদিৰ কথা 'মহাভাৰত' পুৰাণ আদি শাস্ত্ৰসমূহে সাক্ষী দিয়ে।

এইহেন গোধনৰ সহায়ত মানুহে আৰম্ভ কৰিছিল কৃষি। তেতিয়া মাটিৰ অভাৱ সমূলি নাছিল। গতিকে মানুহে একেডৰা মাটিতে প্ৰতি বছৰে খেতি কৰাটো অনুচিত বুলিয়ে ধৰিছিল। সাধাৰণতে ১।২ বা ৩ বছৰৰ মূৰে মূৰে খেতিৰ সকলো মাটিকে দুই-এবছৰৰ কাৰণে পতিত ৰখা হৈছিল। বেছি দিন ধৰি একে ঠাইতে থকা আৰু খেতিবাতি কৰাটো ধৰ্ম্মবিৰুদ্ধ কাম বুলি আনকি আজিৰ দিনতো কছাৰী, মিৰি, মিকিৰ আদি জনজাতীয় লোকসকলে ভাবে। সেইবাবেই তেওঁলোকে গাঁৱত তামোল-পানৰ বাৰী হৈ উঠিলেই—তেওঁলোক উঠি অন্য ঠাইলৈ যাবৰ হ'ল বুলি ধৰি লয়। আৰু অকাল মৃত্যু হ'লে তো কথাই নাই, যথাসময়ত হলেও এজন-দুজন মানুহ মৰিলেই গাঁওখন সকলোৱে এৰিবৰ হ'ল বুলি তেওঁলোকে ধৰি লয়। এই ধৰণেই হ'ল আমাৰ কৃষিৰ আৰম্ভ।

( ৩ )

গাঁৱক ফাৰ্চীত বোলা হ'ল দিহ্ (Dih), হিন্দীত গাঁও বা গ্ৰাম্ (Gao or gram) আৰু সংস্কৃতত গ্ৰাম্। বৈজ্ঞানিক প্ৰণালীৰ জোখমাখ নাছিল যদিও গাঁৱৰ মাটিবোৰ সাধাৰণভাবে একপ্ৰকাৰে জুখিমাখি লোৱা হৈছিল। মাটিৰ জোখত ব্যৱহাৰ হোৱা বিঘা, কঠা তাহানিৰ সম্ৰাট আকবৰৰ সময়ৰ জোখ। এই বিঘা-কঠাৰ ঠাই-ভেদে পৰিমাণৰ তাৰতম্য আছে। চাহজাহানী বিঘা আছিল ⅝ একৰ; অসম বঙ্গাদিত ব্যৱহাৰ হোৱা বিঘা ⅓ একৰ। সেইদৰে কঠাৰো তাৰতম্য আছে। কাছাৰ, শ্ৰীহট্ট, বঙ্গদেশ আৰু অসমৰ বাহিৰৰ অন্য ঠাইবোৰত কুৰি কঠাতহে এক বিঘা হয়। অসমৰ পাঁচ কঠাতে হয়। সেই কাৰণে এবাৰ অসমীয়া কৰ্ম্মচাৰীয়ে অসমীয়া হিচাপে হিচাব কৰি ভগনীয়াৰ পুনৰ্বসতিৰ পৰিকল্পনা এটি দাঙি ধৰাত দিল্লীত দিল্লীৰ 'কঠা' মনা কৰ্ম্মচাৰীয়ে ভুল বুজি ইতিকিং কৰি পঠাইছিল। পিছত অসমীয়া 'কঠা'ৰ ভু পাইহে দিল্লী নীৰৱ হ'ল। এনে বুজাৰ ভুল বহুত ক্ষেত্ৰতে হয় আৰু সেয়ে কেতিয়াবা ব্যক্তি আৰু সমাজৰ জীৱনত শোকাবহ পৰিণতি (Tragedy) ঘটায়। মহাকবি শ্বেক্সপীয়েৰৰ 'অথেলো' নাটৰ ভুলৰ 'ট্ৰেজেডি' বহুতৰে জীৱনৰ অনেক ক্ষেত্ৰত ঘটে। ভুলৰ ৰহস্য সম্বন্ধে সেই কাৰণে অধিক নোকোৱাই ভাল।

বিঘাক আকৌ পঞ্জাৱত বোলে 'ঘূমাও'। হালৰ গৰু ঘূৰোৱাৰ পৰাই 'ঘূমাও' শব্দ আহিছে। অসমৰ 'হালিচা' শব্দও

'ঘূমাও' শব্দৰ দৰে জন্ম পোৱা শব্দ। হালৰ লগত দুয়োৰো সম্বন্ধ। এইদৰে গমি চালে পোৱা যাব যে মাটিৰ জোখবোৰৰ হয় হালৰ লগত সম্বন্ধ, নহয় শস্যৰ ওজনৰ লগত। শস্যৰো কঠা, পূৰা, বিঘা আদি আছে—মাটিৰো আছে। পিছত মাটিৰ জোখৰ যি 'নল' আহিল সিও এটা বিশেষ জোখৰ নল-খাগৰিৰ পৰা লোৱা। ঠাইভেদে এই মাপবোৰৰ পৰিমাণৰ হ্রাস-বৃদ্ধি ঘটিল। ই তেনেই স্বাভাৱিক। খেতিৰ প্রণালীও তেনেকৈ পৃথক পৃথক হ'ল। অসমীয়া ঝুম খেতিৰ কথাই কোৱা যাওঁক। পাহাৰৰ দাঁতিত হাবি জঙ্গল চাফা কৰি পুৰি, খান্দি মাটিত যি খেতি কৰা হয় সেয়ে ঝুম খেতি। কোনো কোনো ভাষাবিদ্ পণ্ডিতে কয় 'জু' মানে ওখমাটি, মাও মানে খন্দা অর্থাৎ ওখমাটি খান্দি কৰা খেতি। পণ্ডিত সকলৰ মতে এয়ে খেতিৰ প্রথম অৱস্থা। অসম আৰু বঙ্গত ইয়াক ঝুম খেতি বোলে, দক্ষিণ ভাৰতত কয় কুম্‌ৰি (Kumri), বৰ্ম্মাত কয় টৌঙ্গা (Taunga); মধ্য প্রদেশত কয় দহ্যা (Dahya) ইত্যাদি। মূলতঃ কিন্তু বস্তু একেটাই। একে কৃষ্ণকেই যিদৰে কানু, কৃষ্ণ, কানাই, যাদৱ, যদুনন্দন, মাধৱ, মধুসূদন মধাই আদি হাজাৰ নামত জনা যায়, একে টকাকেই যিদৰে অর্থ, ৰূপয়া, মোহৰ, গিনি, ৰেণ্ট, কমিচন, তহচিল, বাট্টা, ভিজিট, তহবিল, গাধন, খাজানা, প্রণামী, নোট, টেক্স, যৌতুক, মাহিনা, সুদ আদি বিবিধ নামত জনা যায় ঠিক সেইদৰে একে ঝুম খেতিকে নানা ঠাইত নানা নামত জনা যায়। পৰ্ব্বতীয়া অঞ্চলবোৰত বছৰি বছৰি ঠাই

সলাই খেতি কৰা হয়। তাৰ উদ্দেশ্য সাৰ জমাই খেতি কৰা। নামনিৰ কুঁহিয়াৰতলী মাটিবো একে কথা। এবাৰ কুঁহিয়াৰ ৰোৱাৰ পিছত দ্বিতীয়বাৰ তাতে খকুৱা কুঁহিয়াৰ ৰাখি তাৰ পিছত সেই মাটিত খেতি নকৰি তাক চন পেলাই ৰখা হয়। উদ্দেশ্য সাৰ সঞ্চয়। কুঁহিয়াৰে মাটিৰ সাৰ বৰকৈ টানি লয়। গতিকে কুঁহিয়াৰৰ খেতি কৰা মাটিক দুই-একোবছৰ জিৰণি নিদিলে খেতি ভাল নহয়। এনেকৈয়ে আমাৰ পূৰ্ব্বপুৰুষসকলে খেতিবাতিৰ আচল তত্ত্ববোৰ জানি বুজি কাম কৰিছিল। এইবোৰ জ্ঞান নতুন আইন প্ৰবৰ্ত্তনকাৰীসকলে তেনেই উলাই কৰা উচিত নহয়। সেই দেখিয়ে দূৰ অতীতৰ ১৮৯১ চনতে ভাৰতীয় কৃষি-উন্নয়ন সম্পৰ্কে তদন্ত কৰি ডাঃ এচ. এ. ভয়েল্‌কাৰে মন্তব্য দিছিল —“মই ভাৰতৰ যি ঠাইলৈকে গৈছিলোঁ। তাতেই কৃষকসকলৰ মাজত খেতি-বাতি সম্বন্ধে যি সতৰ্কতা, পৰিশ্ৰম, অধ্যৱসায় আৰু উদ্ভাৱনী শক্তি দেখিছিলোঁ।—তাতকৈ আৰু ভাল একো হব নোৱাৰে বুলিয়ে মোৰ ধাৰণা!”

---

# ভূমি বিভাগৰ আঁতি-গুৰি

ভূমি-বিভাগৰ সৰহখিনি শব্দই আৰবী-ফাৰ্চী শব্দ। তহছিল, তালুক, নবাব, খিৰাজ, জ'ৰীপ আদি শব্দবোৰ দেখি আমাৰ ধাৰণা হয়—ভূমি-সম্পৰ্কীয় এই খিতাপ আৰু কামবোৰৰ জন্ম হৈছিল মুছলমান সম্ৰাটসকলৰ দিনত। দৰাচলতে কিন্তু কথা সেইটো নহয়। মোগলসকল ভাৰতলৈ অহাৰ বহুকাল পূৰ্ব্বতে এই বিষয় আৰু বিষয়াসকলৰ জন্ম হৈছিল। নাম আছিল বেলেগ বেলেগ। আনকি শাস্ত্ৰকাৰ মনুৰ দিনতো এইবোৰ আছিল বুলি তত্বজ্ঞ বিদেশী পণ্ডিতসকলেও কৈ গৈছে। বেডেন পৱেলৰ মতে—এইটো খোলাভাৱে কোৱা ভাল যে আমাৰ বৰ্ত্তমান সময়ত যি জিলা, তহছিল ( বা তালুক ) আৰু গাঁৱৰ ভূমি সংক্ৰান্ত বিষয়াসকল আছে এওঁলোক যদিও মোগল সম্ৰাটসকলৰ ৰাজত্বৰ কালৰ পৰা পৰম্পৰা চলি আহিছে তত্ৰাচ এইবোৰ খিতাপ কিন্তু আৰ্য্য হিন্দুসকলৰ দিনৰে সৃষ্টি; আৰু বৰ্ত্তমানেও এইবোৰ সেই হিন্দু নাম ধামতেই ভাৰতৰ সৰুসৰু মিত্ৰ ৰাজ্য সমূহত চলি আছে। মনুৰ আইন আৰু অন্যান্য সংস্কৃত গ্ৰন্থতো এইবোৰৰ শৃংসূত্ৰ পোৱা যায়। *

---

* It should be explained that our modern system of district, Tahsil (or Taluk) and village officers is a direct discendant of the Moghul Imperial system and that again was derived from the Old Hindu (Aryan) state organization as it still exists in Native States and as it is traceable in the Laws of Manu aad other Sanskrit writings. —B. H. Baden Powell.

মনুসংহিতাত আনকি গো-চৰণীয়া পথাৰ বা 'গোপচাৰ' সম্পৰ্কেও কোৱা আছে যে গাঁওবোৰৰ মাজত ঘূৰণীয়া আবেষ্টনীৰ ভিতৰত গৰু চৰিবৰ কাৰণে মুকলি পথাৰ ৰাখিব লাগে। ইয়াৰ ৰক্ষণাবেক্ষণৰ ভাৰ সকলোৰে ওপৰত সমভাৱে ন্যস্ত আছিল। মোগল ৰজাসকলৰ দিনত বিভিন্ন খিতাপবোৰে নতুন নাম আৰু ৰূপ লয়, আৰু আৱশ্যকমতে শাসনৰ একো একোটি অপৰিহাৰ্য্য অঙ্গ হৈ পৰে।

বৃটিছৰ অধীনলৈ ভাৰত যোৱাৰ লগে লগে ভাৰতত অনেক আঞ্চলিক বিষয়া পাতি খাজানা-পাতি তোলাৰ ব্যৱস্থা কৰা হয়। খাজানা তুলিবৰ বাবে আৰু অন্যান্য কৰ-কাটল আদায় কৰিবৰ কাৰণে নিৰ্দ্দিষ্ট কৰি দিয়া ঠাইৰ নাম দিয়া হৈছিল তহছিল অৰ্থাৎ খাজানা-তোলা ঠাই (Place of collection) আৰু বিষয়াজনক বোলা হৈছিল তহছিলদাৰ। তেওঁৰ সহকাৰীজনক বোলা হৈছিল নাইব (Naib) অৰ্থাৎ সহকাৰী বা উপ-তহছিল-দাৰ। পোনতে মধ্যপ্ৰদেশতে এই তহছিলদাৰী প্ৰথা ভালকৈ চলিছিল।

মাদ্ৰাজত যদিও বিষয়াজনক তহছিলদাৰ বোলা হৈছিল তথাপি আঞ্চলিক বিভাগটোৰ নাম দিয়া হৈছিল 'তালুক'। সেইবাবে কেতিয়াবা কেতিয়াবা তেওঁক তালুকদাৰো বোলা হৈছিল। আকৌ বোম্বাইত বিভাগটোক তালুক বোলা হৈছিল যদিও কৰ্ম্মচাৰীজনক বোলা হৈছিল—মামলটদাৰ (Mamlat-dar)। এওঁক সহায়কৰা বিষয়াজনক 'কাৰকুন' (Karkun)

বোলা হৈছিল। ডাঙৰ তালুক হলে তাক দুই বা ততোধিক বিভাগত ভগাই মামলটদাৰক সহায় কৰা বিষয়া দিয়া হৈছিল আৰু এই বিষয়াসকলক বোলা হৈছিল মহালকৰী (Mahalkari)। এওঁলোক আছিল ঠিক নাইব-তহছিলদাৰৰ দৰে। বঙ্গদেশত তহছিলদাৰৰ ঠাইত কলেক্‌টৰেই (Collector) চলাইছিল। কিন্তু শ্ৰীহট্ট আৰু চিটাগং আদি ঠাইত তহছিলৰো প্ৰথা আছিল। ক্ৰমে ক্ৰমে কলেক্‌টৰৰ তলত 'কলেক্‌টৰক সহায় কৰিবলৈ ছাব্ ডেপুটী কলেক্‌টৰৰ সৃষ্টি হয়। লগে লগে তহছিলদাৰো আছিল। পিছত তহছিল আৰু তালুক উঠি গৈ বঙ্গদেশ আৰু অসমত সকল ছাব ডেপুটী কলেক্‌টৰেই ৰয় গৈ। এওঁলোকেই আজিৰ দিনৰ সৰ্ব্ব-ব্যাধিৰ সৰ্ব্বঢাকৰ দৰে মাৰি-মৰক, উৎসৱ-ব্যসন, দুৰ্ভিক্ষ, ৰাষ্ট্ৰবিপ্লৱ, প্লাবন-অনাটন, ঋণ, পিয়ল, জ'ৰীপ আদিৰ মকৰধ্বজ কৰ্ম্মচাৰী সমাহৰ্ত্তা।

( ২ )

তেনেহলে দেখা যায় যে ছাব্ ডেপুটী কলেক্‌টৰকে আদি কৰি ভূমি-বিষয়াসকলে, মানস সৰোবৰৰ পৰা ওলোৱা চম্পু নদীয়ে ব্ৰহ্মপুত্ৰ হোৱাৰ দৰে দূৰ অতীতৰ মনুৰ যুগতে জন্মি মোগলসম্ৰাটসকলৰ যুগতহে প্ৰকৃত সংস্কাৰ লাভিছিল। মোগল সম্ৰাটসকলৰ দিনত দেশখনক অনেক ভাগত ভাগ কৰি সেই ভাগবোৰক চুবা বোলা হৈছিল আৰু শাসনকৰ্ত্তাক প্ৰতিনিধি (গৱৰ্ণৰ) বা নবাব খিতাপি দিয়া হৈছিল। এই চুবাক আকৌ

চৰকাৰ (Sirkars) ত ভাগ কৰি প্ৰত্যেক চৰকাৰত একোজন দেৱান আৰু নাজিম নিযুক্ত কৰা হৈছিল। দেৱানী আৰু ৰাজহৰ ভাৰপ্ৰাপ্ত বিষয়াগৰাকীক বোলা হৈছিল দেৱান আৰু ফৌজদাৰীৰ কাৰণে যি বিষয়া আছিল তেওঁকে বোলা হৈছিল 'নাজিম'। স্থানীয় বিভাগক বোলা হৈছিল পৰগনা। তলত দেখুৱাৰ দৰে এই ভাগবোৰ দেখুৱাব পাৰি ঃ

দেশ
|
চুবা ( ভাৰপ্ৰাপ্ত বিষয়া 'নবাব' বা প্ৰতিনিধি )
|
চৰকাৰ ( " " দেৱান আৰু নাজিম )

পিছত কিন্তু চুবাৰ অনেক শাসনকৰ্ত্তাই বিশেষকৈ হিন্দু শাসনকৰ্ত্তাসকলে মাৰাঠাসকলৰ আমোলত স্বাধীনতা ঘোষণা কৰিছিল। সেই সময়ত হিন্দু দেশ বা চুবাবোৰত শাসন আৰু ৰাজহৰ বিষয়াজনক বোলা হৈছিল 'দেশাই' আৰু তেওঁৰ হিচাবৰক্ষক (Accountant) জনক বোলা হৈছিল 'দেশপাণ্ড্যা' (Despandya)।

মোগলসকলৰ তলত পৰগনাই পৰগনাই মাটিবাৰীৰ আইন-কানুনবোৰ মানুহক বুজাই দিবৰ কাৰণে একোজন কানুনগো ৰখা হৈছিল। কানুন মানে নিয়ম, গো মানে ব্যাখ্যাকৰোঁতা (Kanungo or Qanungo : Kanun = Canon or rule ; go = speaker)। সেই সময়ত আমিল (Amil) নামৰ

পদবীধাৰী বিষয়াই খাজানা তুলিছিল আৰু কান্নুনগোই আইন-কান্নুন ব্যাখ্যা কৰিছিল। সেইবাবেই আজিও শ্রীহট্ট আৰু কাছাৰত কান্নুনগোৰ অন্য নাম কান্নুনজ্ঞ, মানে আইনজ্ঞ ( উকীল )।

তহছিলদাৰৰ তলত আছিল গাঁৱৰ বিষয়াসকল। তেওঁৰ তলত আজিকালিৰ দৰেই মোগল সম্রাটসকলৰ দিনতো কাননগো আছিল। একোটা তহছিলত তিনিটামানকৈ পৰগনা আছিল আৰু একোটা পৰগনাত একোজনকৈ কাননগো আছিল। আজিকালিও সেইদৰেই একোটা ছাব-ডেপুটী চাৰ্কোলক দুটা বা তিনিটা বিভাগত ভগাই একো একোটা ছাব-চাৰ্কোল কৰা হয় আৰু প্রত্যেক ছাব-চাৰ্কোলৰ যাৱতীয় ভূমিসংক্রান্ত তদন্ত পোনতে তাৰ কাননগোই কৰে। সেইফালেদি আজিৰ বিভাগ আৰ বিষয়াবোৰক পুৰণি মোগলসকলৰ শাসন-প্রণালীৰেই ভগ্নাৱশেষ বা প্রতিধ্বনি বুলিব পাৰি।

উপৰুক্ত কথাবোৰ বৰ্ত্তমান কালৰ অসম আৰু অতীত ভাৰতৰো অসমত বাহিৰে অন্যান্য প্রদেশবোৰত খাটে। আহোম যুগৰ অসমৰ ৰাজহ আৰু ভূমিবিভাগৰ কামবোৰ কিদৰে পৰিচালিত হৈছিল পিছত বৰ্ণোৱা হব। আহোমৰ জমিসংক্রান্ত শাসন ভাৰতৰ অন্যান্য প্রদেশৰ শাসনতকৈ নানাপ্রকাৰে পৃথক ধৰণৰ আছিল।

---

# আকবৰী ভুমি-নীতি

পুৰণি ভাৰতৰ জমি-জমা আৰু মাটি-পিয়ল সম্পৰ্কীয় কথা ওলালেই সম্রাট আকবৰৰ নাম আহি পৰে। আজিও কোনো লোকে দীঘল দীঘলকৈ খোজ দি গলে কোৱা হয়—এওঁ টোডৰমলৰ তাৰ মাৰিছে। টোডৰমল আছিল মাটি বিভাগত সম্রাট আকবৰৰ সোঁহাত স্বৰূপ বিষয়া। টোডৰমলেই পোন পহিলাতে আকবৰৰ ৰাজ্যৰ আবাদী জমিবোৰৰ জ'ৰীপ আৰম্ভ কৰে। এই কাম মোটামুটিভাৱে কৰা হৈছিল যদিও ইয়ে প্ৰথমে সম্রাট আকবৰৰ ৰাজ্যৰ জমিৰ লিপিবদ্ধ আঙ্কিক পৰিমাণ এটা দাঙি ধৰে। অন্য কথাত কবলৈ গলে সম্রাটৰ ৰাজ্যৰ ভূমি সম্পৰ্কীয় সুস্পষ্ট ৰূপটো দাঙি ধৰে টোডৰমলৰ জ'ৰীপে।

এই জ'ৰীপ হৈ যোৱাৰ পিছতো ৰাজ্যৰ প্ৰজাই আগৰ দৰে শস্যেৰে খাজানা শোধাই আছিল। উৎপন্নৰ এক তৃতীয়াংশ শস্য আছিল ভূমিৰ নিৰ্দ্ধাৰিত খাজানা। সম্রাট আকবৰে এই শস্য-খাজানাক ৰূপ-খাজানালৈ পৰিবৰ্ত্তন কৰিবলৈ মনস্থ কৰিলত প্ৰশ্ন উঠিল—এই ৰূপ খাজানা নিৰ্দ্ধাৰিত হব কি নীতিত? কাৰণ শস্য সদায় একেডোখৰ মাটিত একে সমানে নহয়। শস্য কমিলে খাজানাও কমে; শস্য বাঢ়িলে ৰাজ-কৰো বাঢ়ে। ৰূপ-খাজানাত সেইটো ধৰা যায় কেনেকৈ? বহুত গৱেষণাৰ

অন্তত ইয়াকে স্থিৰ কৰা হ'ল যে বিগত উনৈশ বছৰৰ শস্যোৎপন্নৰ গড় উলিয়াই লৈ তাৰে এক তৃতীয়াংশৰ মূল্যকেই সেই মাটিৰ ৰাজহ-ৰূপে নিৰ্দ্ধাৰিত কৰা উচিত হব। কিয়নো পৰীক্ষাত ধৰা পৰিল যে উনৈশ বছৰৰ উৎপন্নৰ গড় উলিয়ালে ভাল-বেয়া, বেছি-কম আদি সকলো ৰকমৰ উৎপন্নৰ এটা সম্যক ৰূপ ধৰা পৰে। উনৈশ বছৰৰ ভিতৰত একোটা চক্ৰ ধৰি লৈ পৰীক্ষা কৰি চালে প্ৰকৃতিৰ দান-দুৰ্য্যোগ আৰু উৎপন্নৰ হ্ৰাস-প্ৰাচুৰ্য্য আদি তাতে প্ৰায় ঘূৰি থকা যেন অনুমান হয়। গতিকে উনৈশ বছৰৰ উৎপন্নৰ গড়ৰ এক তৃতীয়াংশৰ মূল্য হ'ল মাটিৰ খাজানা। প্ৰায় ১৫৭১ খৃষ্টাব্দৰ পৰা এই কাম আৰম্ভ কৰি ১৫৮২ চনলৈ শৃঙ্খলাৰে ধাৰাবাহিকভাৱে চলোৱা হৈছিল। এইদৰে শস্যোৎপন্নৰ গড় উলিওৱাত যে তৰ্কবিতৰ্ক, অৰিয়াঅৰি, দৰাদৰি, মতভেদ আদি হোৱা নাছিল, এনে নহয়, কিন্তু সেইবোৰ স্থানীয় তদন্তত আপোচে মীমাংসা কৰা হৈছিল—আজিকালিৰ চেটেলমেণ্টৰ এটেষ্টেচনত কৰাৰ দৰে।

আকবৰী ভূমি-বন্দবস্ত সাধাৰণতে দহচনীয়া বন্দবস্ত আছিল। দহ বছৰৰ মূৰে মূৰে তাক আজিকালিৰ ত্ৰিশ চনীয়া বা কুৰিচনীয়া বন্দবস্তিৰ দৰে আকৌ নতুনকৈ পৰীক্ষা কৰি চোৱা হৈছিল। তাকে কৰোঁতে অনেক নতুন আবাদী মাটি ধৰা পৰিছিল।

আচৰিত কথা এই যে আমাৰ আজিৰ অসমত থকাৰ দৰে আকবৰৰ শাসনত একচনীয়া মাটিও আছিল। অৰ্থাৎ চাপৰি

মাটিৰ দৰে অস্থায়ী খেতিথকা মাটিবোৰ একচনীয়া বন্দবস্তত ৰখা হৈছিল।

আজিৰ স্বাধীন ভাৰতৰ নাগৰিকে দিয়াৰ দৰে এশ এটা টেক্স মানুহে তেতিয়া দিব নালাগিছিল যদিও, চৌথা আদি কিছুমান টেক্স আছিল যিবোৰে ৰায়তক ভালকৈয়ে হেঁচা দিছিল। মাৰাঠা প্ৰভুক চৌথা বা উৎপন্নৰ এক চতুৰ্থাংশ কৰ দি অনেক ঠাইত মাৰাঠাসকলৰ লুটপাটৰ পৰা প্ৰজা ৰক্ষা পৰিছিল। বঙ্গদেশত চৌথাধাৰী শব্দৰ পৰাই চৌধাৰী শব্দৰ উৎপত্তি বুলি আজিও জনা যায়।

সম্ৰাট আকবৰে দেখিলে যে খাজানা আদায়ৰ কাৰণে স্থানীয় লোককেই মুখিয়াল পাতি দি কিছু মুনফা দিলে কাম সহজে হাচিল হয়। গতিকে তেওঁ জমিদাৰ, তালুকদাৰ আদি খিতাপৰ সৃষ্টি কৰিলে। জমিৰ হিচাপ ৰাখি খাজানা আদায় কৰে বা ৰক্ষকৰ তুল্য থাকে বুলিয়েই তেওঁ আছিল জমিদাৰ। জমিদাৰসকল কোনো কোনো ঠাইত 'ৰাজা' আৰু অন্য কোনো কোনো ঠাইত তালুকদাৰ নামেৰেও অভিহিত হৈছিল। কিন্তু ৰাজাই বোলক বা তালুকদাৰেই বোলক অথবা জমিদাৰেই বোলক, তেওঁলোক খাজানাৰহে গৰাকী আছিল, জমিৰ মালিকী স্বত্ব তেওঁলোকৰ প্ৰথমে সমূলি নাছিল। এই কথাটো অলপ মন কৰিবলগীয়া। কিয়নো, এই জমিদাৰসকলেই পিছৰ যুগত গৈ মাটিৰ সৰ্ব্বেসৰ্ব্বা মালিক হৈ পৰে। আচলতে জমিদাৰ

আছিল মাটি চলোৱা কৰ্ম্মচাৰী ( জমিন্ = মাটি ; দাৰ = পালক )।*

ক্ৰমাৎ এই জমিদাৰসকলে খাজানা তোলা, শান্তিৰক্ষা কৰা, জন-স্বাস্থ্যৰ তত্ত্বাৱধান লোৱা আদি কামবোৰো চলাবলৈ গাত লব লগীয়া হ'ল। চলতে বল কৰি তেওঁলোকে লাহে লাহে মাটিৰ মালিকী স্বত্বও দাবী কৰি বহিল। এইদৰেই খাজানা আৰু অন্যান্য কৰবোৰৰ ওপৰতো তেওঁলোকে অধিকাৰ বয়পালে। † এয়ে হ'ল জমিদাৰী স্বত্বৰ অঙ্কুৰ। এওঁলোকক নদ (Warrant) দি তাত তেওঁলোকৰ কৰ্ত্তব্য, দায়িত্ব আৰু দবলগীয়া খাজানা নিৰ্দ্ধাৰিত কৰি দিয়া আছিল ; কিন্তু এইবোৰ আছিল নামতহে ; কামত তেওঁলোকে এই চনদৰ বাহিৰত গৈ দায সৰ্ব্বময় কৰ্ত্তাৰ প্ৰভুত্ব চলাই আছিল। তেওঁলোকে

* Neither term implied any definite right of wnership in the soil, it simply implied in the one ase that the Raja or other person was managing the tate right in the land ; and in the other that he was dependant (Arabic Ta'—aluk = dependency) of the uling power.

—Baden Powell.

† At any rate they reckoned among the state ights, not only the administration of justice, the ommand of the military force etc. but (most chiefly) he right to the land, including its revenue and other erquisites which they spoke of as *Zamindari* right.

—Baden Powell.

তোলা খাজানাৰ সাধাৰণতে $\frac{৯}{১০}$ অংশ চৰকাৰ বা সম্ৰাটৰ ৰাজ-ভৰাললৈ পঠিয়াই $\frac{১}{১০}$ অংশ নিজে ৰাখিব পাৰিছিল। আজিও মৌজাদাৰক এই আকবৰী আইনৰ ছাঁলৈয়ে তৈয়াৰ কৰা নীতিত ৰায়তৰ পৰা উঠা খাজানাৰ সাধাৰণতে শতকৰা দহটকাকৈ কমিচন দিয়া হয়।

আজিকালি সমাহৰ্ত্তাসকলে মৌজাদাৰৰ হিচাপ পৰীক্ষা কৰাৰ দৰে সেই সময়ত জমিদাৰসকলৰ হিচাপ-পত্ৰ পৰীক্ষা কৰিছিল কাননগোই। এই কাননগো সকলৰ বিষয়ে এটা কথা এই খিনিতে কোৱা অবান্তৰ নহব। সেই সময়ত প্ৰজাৰ ওপৰত তেওঁলোকৰ অবাৰিত ক্ষমতা আছিল। নহবয়ে বা কিয়? মাটিৰ খাজানায়ে আছিল প্ৰজাৰ ওপৰত লগোৱা ঘাই টেক্স, আৰু তাৰেই হৰ্ত্তাকৰ্ত্তা আছিল কাননগো। গতিকে কাননগোৱে গাঁৱত দহ বুলিহে দহ, পাঁচি বুলিলে পাঁচি হৈছিল। আজিৰ দিনৰ কৰ-কাটলৰ বিষয়াক ধনী শ্ৰেণীয়ে যিদৰে জ্ঞান কৰে তাহানি কাননগোকো প্ৰজা আৰু জমিদাৰসকলে সেইদৰে দেখিছিল। কথাতে কয়—কিললৈ বাসুদেৱেও ডৰে। ধনঞ্জয় নামৰ জোৱাঁইক হেনো শহুৰেকে কিলৰ দ্বাৰাহে উলিয়াই পঠাব পাৰিছিল—আৰু সেয়েহে আজিও মানুহে কয়—'প্ৰহাৰেণ ধনঞ্জয়ঃ'। মানুহে ভয়ত ভজে আৰু ভক্তিত ভজে। ভক্তিতকৈ ভয়তহে বেছিকৈ ভজে। লক্ষ্মীপূজা বাৰু কত কিমান আৰম্বৰেৰে হয়? কিন্তু কালীপূজা আৰু দুৰ্গাপূজা হলে? কাৰণ লক্ষ্মী শান্তিময়ী দেৱী। তেওঁ কাৰো অন্যায় নকৰে।

কালী বা দুৰ্গাই কিন্তু থিতাতে ধৰি তেজেৰে বটিওৱাই প্ৰাণ কাঢ়ি নিব পাৰে ; আৰু তেওঁলোক ক্ষিপ্ৰ-ফলদায়িনী। গতিকে কালীপূজা আৰু দুৰ্গাপূজা যথাসাধ্য আৰম্বৰেৰে পতা হয়। ঠিক সেই নীতিতে ধনবান সকলেও কৰ-কাটলৰ বিষয়াক শাক্ত-সকলে দেৱীপূজা কৰা দিয়ে। সি যিহওক, সম্ৰাট আকবৰৰ দিনত গাঁওভূঁইত কানগোৰ যি সমাদৰ আছিল সেই সন্মান জমিদাৰৰো নাছিল। কানগো কোনো ঠাইলৈ গলে তেওঁৰ লগত জমিদাৰো গৈ সন্মান দেখুৱাইছিল। কাৰণ তাকে নকৰিলে কাননগোই এবাৰ হিচাপ পৰীক্ষা কৰিয়ে ইচ্ছা কৰিলে জমিদাৰক 'তিৰী-মিৰি সৰিয়হৰ ফুল, বোন্দাৰ টিং' দেখুৱাব পাৰিছিল। আজিৰ দিনত অনেক নেতাই ক্ষমতাৱন্ত কৰ্ম্মচাৰীৰ ওচৰ চপাৰ দৰে কোনো জনহিতকৰ কামত জমিদাৰৰ পৰা ধন আদায় কৰিব লাগিলে, সেইবাবেই, ৰাইজে ওচৰ চাপিছিল কাননগোৰ। কাননগোই যি কৈছিল জমিদাৰে তাকে ৰাজহুৱা কামত দান কৰিছিল। ইংৰাজসকল অহাৰ পিছত নকৈ হোৱা জমিদাৰসকলৰ ক্ষমতা আৰু কৰ্ত্তব্য কিন্তু অন্য ৰকমৰ আছিল। সেই বিষয়ে পিছত আলচ কৰা হব। আজিৰ কাননগো কিন্তু এই কাননগোৰে নাতিপুতি।

---

# পুৰণি কামৰূপ ৰাজ্য, তাৰ শাসন-প্ৰণালী আৰু ভূমি-নীতি

পুৰণি কামৰূপ ৰাজ্য বুলিলে পুৰাণ প্ৰসিদ্ধ প্ৰাগ্-জ্যোতিষপুৰ আৰু প্ৰাচীন কালৰ কামৰূপ ৰাজ্য বুজা যায়। ৰামায়ণ আৰু মহাভাৰত এই দুয়োখন মহাকাব্যত অসম দেশৰ বিষয়ে প্ৰাগ্ জ্যোতিষপুৰ নামেৰেহে উল্লেখ কৰা আছে। ৰামায়ণত সুগ্ৰীৱে যেতিয়া সীতাৰ অন্বেষণত বানৰবোৰক চৰিয়া পঠিয়াইছিল তেতিয়াও তেওঁ প্ৰাগ্ জ্যোতিষ ৰাজ্যৰ সুশোভন গিৰি-গহ্বৰ সম্পৰ্কে সিহঁতক এটা সুন্দৰ বৰ্ণনা দিছিল। * (১) মহাভাৰতৰো সভা, উদ্যোগ, বন, কৰ্ণ, দ্ৰোণ, অশ্বমেধ আদি বিবিধ পৰ্ব্বৰ শ্লোকত প্ৰাগ্ জ্যোতিষপুৰৰ বৰ্ণনা বাৰুকৈয়ে আছে।

মহাকবি কালিদাসে ৰঘুবংশত প্ৰাগ্‌জ্যোতিষ আৰু কামৰূপ একেখন ৰাজ্যৰে দুটা পৃথক নাম বুলি স্পষ্টকৈয়ে কৈছে। (২) মাৰ্কণ্ডেয় পুৰাণ, কালিকা পুৰাণ, যোগিনীতন্ত্ৰ, হৰগৌৰী-

---

* (১) তত্ৰ প্ৰাগ্‌জ্যোতিষং নাম জাতৰূপময়ং পুৰম্
তস্মিন্ বসতি দুষ্টাত্মা নৰকো নাম দানৱঃ ॥
তত্ৰ সানুষু ৰম্যেষু বিশালাসু গুহাসুচ।
মাৰ্গণঃ সহ বৈদেহ্যা মাৰ্গিতব্যস্ততস্ততঃ ॥ কিষ্কিন্ধা কাণ্ড ॥ ৪২

* (২) চকম্পে তীৰ্ণলৌহিত্যে তস্মিন্ প্ৰাগ্‌জ্যোতিষেশ্বৰঃ।
তমীশঃ কামৰূপাণামত্যাখণ্ডল বিক্ৰমম্ ॥
ৰঘুবংশ -৪ৰ্থ সৰ্গ ৮১।৮৪

সম্বাদ আদি শাস্ত্ৰকাৰসকলেও সেই কথাকেই বাৰে বাৰে দোহাৰিছে। + (১) মুঠ কথা এই যে অসমৰ প্ৰাচীন নাম প্ৰাগ্‌জ্যোতিষপুৰ আৰু সেই প্ৰাগ্‌জ্যোতিষপুৰেই ক্ৰমাৎ কামৰূপ আৰু পিছত আহোম ৰজাসকলৰ দিনত অসম নাম গ্ৰহণ কৰিছিল।

কালৰ সোঁতত নামৰ পৰিবৰ্ত্তন হৈছিল যদিও পুৰণি কামৰূপ আৰু প্ৰাগ্‌জ্যোতিষপুৰ নামৰ যিখনি অসম ৰাজ্য আছিল সি আজিৰ অসমতকৈ অনেক গুণে বৃহৎ আছিল। ইয়াৰ পশ্চিম সীমাই উত্তৰ বঙ্গ আৰু উত্তৰ বিহাৰৰো অনেক ঠাই অন্তৰ্ভুক্ত কৰিছিল। কোচবিহাৰ, ৰংপুৰ, জলপাইগুৰি, দিনাজপুৰ, আদি ঠাইবোৰ পুৰণি কামৰূপ ৰাজ্যৰে অংশবিশেষ আছিল। * (২)

সেই যুগত কামৰূপ ৰাজ্যৰ ৰজাৰ যশ, মান আৰু গৌৰৱ

+ (১) নেপালস্য কাঞ্চনাদ্ৰিং ব্ৰহ্মপুত্ৰস্য সঙ্গমম্
কৰতোয়াং সমাৰভ্য যাবদ্ দিক্কৰবাসিনীম্ ॥ যোগিনী তন্ত্ৰ ॥
কৰ তোয়াং সমাসাদ্য যাবদ্দিকৰবাহিনীম্।
কামৰূপেতিং তং লোকাঃ গায়ন্তি গিৰিনন্দিনি ॥

হৰগৌৰী সম্বাদ।

* (২) Ancient Kamrupa besides the modern districts of Assam, embraced the whole of North Bengal including Cooch-Behar Rangpur, Jalpaiguri & Dinajpur. Its permanent western boundary is said to have been the River Kartoya in North Bengal.—

—"Assamese Literature" P.E.N. Series by Dr. B. K. Barua.

চাৰিওপিনে বৈ-বৈ পৰিছিল। আন নালাগে মহাকবি কালিদাসেও ৰঘুবংশত ইন্দুমতীৰ স্বয়ম্বৰৰ কথা বৰ্ণনা কৰি উঠি কৈছিল যে ইন্দুমতীৰ বিয়াৰ পিছত কুমাৰ অজে কন্যাৰ ঘৰলৈ আহোঁতে কামৰূপেশ্বৰৰ হাতত ধৰিহে হাতীৰ পিঠিৰপৰা নামিছিল। হৰ্ষবৰ্দ্ধনৰ দৰে সম্ৰাটেও কামৰূপৰ ৰজা ভাস্কৰবৰ্ম্মাক ৰাজন্যবৰ্গৰ আগশাৰীতহে বহিবলৈ দিছিল। "অথচ ৰামৰাজ্যৰ পৰা আৰম্ভ কৰি মোগল সাম্ৰাজ্যলৈকে কোনো ভাৰতীয় সাম্ৰাজ্যৰ ভিতৰত অসম কোনোদিন অন্তৰ্ভুক্ত হোৱা নাছিল।" *

প্ৰাগ্‌জ্যোতিষপুৰ নামৰ ব্যাখ্যা দশম শতিকাত ৰচিত হোৱা 'কালিকা পুৰাণে' এইদৰে দিছে যে ব্ৰহ্মাই হেনো আদিতে ইয়াতেই স্থিতি হৈ জ্যোতিষ বা নক্ষত্ৰ সৃষ্টি কৰিছিল। সেই কাৰণেই ইয়াৰ নাম হ'ল প্ৰাগ্‌জ্যোতিষপুৰ; অৰ্থাৎ প্ৰাক্ = পূৰ্ব্ব; জ্যোতিষ = নক্ষত্ৰ বা তৰা; পুৰ = থকা ঠাই। গেইট চাহেবৰ মতে প্ৰাক্ মানে পূৰ্ব্বদিশ বা পূৰ্ব্বৰ; জ্যোতিষ মানে গ্ৰহ-তৰা-নক্ষত্ৰাদি উজ্জ্বল পদাৰ্থবোৰ। গতিকে প্ৰাগ্‌জ্যোতিষ-পুৰ মানে পূৱদিশৰ জ্যোতিষ চৰ্চ্চাৰ কেন্দ্ৰস্থল। পণ্ডিত কনকলাল বৰুৱাদেৱেও গেইটৰ এই কথা সমৰ্থন কৰি কয় যে কৰ্ণাচল পৰ্ব্বতশ্ৰেণীৰ ওপৰত অৱস্থিত নৱগ্ৰহ দেৱালয়ে তাৰেই সাক্ষ্য দিব লাগিছে।

'ভাগৱত পুৰাণত' প্ৰাগ্‌জ্যোতিষক দুৰ্গ, অস্ত্ৰৰ দুৰ্গ, জুই,

* 'পুৰণি অসমৰ ধৰ্ম্মধাৰা'—ডাঃ বাণীকান্ত কাকতি

পানী আৰু বতাহৰ দুৰ্গম ঠাই বোলা হৈছে। দশম শতিকাৰ পণ্ডিত ৰাজশেখৰে তেওঁৰ বিখ্যাত গ্ৰন্থ "কাব্য মীমাংসাতো" প্ৰাগ্‌জ্যোতিষ এখন দেশ আৰু কামৰূপ এখন পৰ্ব্বত বুলিছে। ডাঃ বাণীকান্ত কাকতিদেৱৰ মতে প্ৰাগজ্যোতিষ শব্দটো অনেক অনাৰ্য্য শব্দৰ সমষ্টি আৰু তাৰ অৰ্থ দীঘল আৰু ওখ পৰ্ব্বতমালা। * (১)

'কালিকা পুৰাণ'ৰ মতে কামদেৱে শিৱৰ কোপত ভস্ম হৈ পুনঃ ইয়াতে ৰূপ পাইছিল কাৰণেই কামৰূপ নাম হ'ল। এই ঘটনা প্ৰায় সকলো লোকে জানে। * (২)

ডাঃ কাকতিৰ মতে কামৰূপ শব্দটোও দুটা অনাৰ্য্য শব্দৰ সমষ্টি ; অৰ্থ কামৰু নামক দেৱতাৰ পৰ্ব্বত। * (৩)

অসম শব্দৰো সেইদৰে তিনিটা অৰ্থ সাধাৰণতে পোৱা যায়, যেনে (১) ইয়াৰ ঠাইবোৰ সমান নহয়, সেই বাবেই অসম ; (২) আহোমসকল বিক্ৰমত অদ্বিতীয় ( অৰ্থাৎ অসম ) আছিল বাবে তেওঁলোকক স্থানীয় লোকে অসম বুলিছিল। ক্ৰমে ক্ৰমে তেওঁলোকৰ অধিকৃত ঠাইডোখৰো 'অসম' নামে পৰিচিত হৈ পৰিল। আৰু, (৩) 'চান' ( টাই ) জাতীয় আহোমে আহি

* (১) পাগাৰ=পৰ্ব্বত। জ্যো বা জুহ=ওখ। তিক্ বা তিচ= দীঘল। পাগাৰ জ্যোতিছ্।

* (২) সম্ভুনেত্ৰাগ্নিনিৰ্দগ্ধঃ কামঃ সম্ভোৰনুগ্ৰহাৎ।
তত্ৰ ৰূপং যতঃ প্ৰাপ কামৰূপং ততোঽভবৎ॥
কালিকা পুৰাণ – ৫১।৬৭

* (৩) কামৰু+প=কামৰু নামক দেৱতাৰ পৰ্ব্বত ( চাওতাল )

অধিকাৰ কৰি লোৱা ঠাইডোখৰকে তেওঁলোকৰ নাম অনুসৰি ‘চান’, ‘আচান’ বা ‘আসাম’ বুলিছিল। ডাঃ কাকতিৰ মতেও আহোম ভাষাত ‘চাম্’ ধাতুৰ অৰ্থ পৰাজিত হোৱা। তাৰ লগতে অপৰাজিত বা অসম বুজাবৰ নিমিত্তে তাৰ আগত অসমীয়া উপসৰ্গ ‘আ’ যোগ দি ‘আচাম’ কৰা হ’ল। ‘আচাম’কেই অসমো বোলা হয়।

আহোমসকলৰ শাসনৰ সময়ৰ পৰা অসমৰ লিখিত ইতিহাস পোৱা যায়। তাৰ আগৰ অসমৰ অৰ্থাৎ প্ৰাগজ্যোতিষপুৰ আৰু পুৰণি কামৰূপৰ ইতিহাস তাম্ৰলিপি, শিলালিপি আদিতে ঘাইকৈ নিবদ্ধ আছে। সেইবোৰকেই অৱলম্বন কৰিহে তদানীন্তন কালৰ শাসন-প্ৰণালী আৰু ভূমি নীতি সম্বন্ধে আলচ কৰা যায়।

( ২ )

খৃষ্টীয় ৪ৰ্থ শতিকাৰ পৰা খৃষ্টীয় দ্বাদশ শতিকালৈ এইছোৱা কাল অৰ্থাৎ ৰজা পুষ্যবৰ্ম্মণৰ পৰা ৰজা ধৰ্ম্মপাললৈকে এইছোৱা কালৰ কামৰূপৰ বুৰঞ্জী অনিশ্চিত ধৰণৰ আৰু তাম্ৰলিপি, শিলালিপি পুৰণি ধৰ্ম্মগ্ৰন্থাদিয়েই ইয়াৰ মুখ্য অৱলম্বন। দশম শতিকাৰ ধৰ্ম্মপুথি ‘কালিকা পুৰাণ’ৰ ৰাজনীতি অধ্যায়ৰ পৰা ইয়াৰ একেৰি আভাস পোৱা যায়।

এইটো হলে ঠিককৈ কব পাৰি যে সেই যুগত ৰাজনীতিৰ ক্ষেত্ৰত এক-নায়কত্ব বাৰুকৈয়ে চলিছিল আৰু ৰজাই আছিল

ৰাজ্যৰ সৰ্ব্বেসৰ্ব্বা। ৰজাৰ বাব পুৰুষানুক্ৰমে পিতাৰ পৰা পুত্ৰলৈ নামি গৈছিল। কিন্তু কেতিয়াবা ৰজাৰ উপযুক্ত পুত্ৰ নাথাকিলে অথবা ৰজা অপুত্ৰক হলে অন্য বংশৰ বা সেই বংশৰে অন্য উপযুক্ত লোককো ৰাজপদত অভিষিক্ত কৰা হৈছিল। তাৰ উদাহৰণ স্বৰূপে নবম শতিকাৰ হৰ্জ্জৰ বৰ্ম্মণৰ ফলিত আছে যে বলবৰ্ম্মণ ৰজাৰ চক্ৰ আৰু অৰথি নামৰ পুতেক দুটা অকামিলা হোৱা বাবে সিংহাসন চক্ৰৰ পুতেককহে দিয়া হৈছিল। সপ্তম শতিকাৰ শালস্তম্ভ ৰজাৰো বংশ অপুত্ৰক হোৱাত ৰাজ্যৰ অমাত্য, সেনাপতি আৰু প্ৰজাসকলে মিলি ব্ৰহ্মপালক ৰজা নিৰ্ব্বাচন কৰিছিল। এই কথা ৰত্নপালৰ বৰগাঁও ভূমিদান ফলিত স্পষ্টকৈ উল্লেখ কৰা আছে। সাধাৰণতে ৰাজ্যৰ মুখিয়াল কৰ্ম্মচাৰী আৰু মুখ্য লোকসকলে মিলি সৰ্ব্বসম্মতিক্ৰমে এই কাম কৰিছিল।

ৰাজসিংহাসনত আৰোহণ কৰা উৎসৱক অভিষেক বোলা হৈছিল। অভিষেকৰ দিনটো ধৰ্ম্মৰ দিন। সেই পুণ্য দিবসত ৰজাৰ শিৰত পবিত্ৰ তীৰ্থৰ পৰা ৰূপৰ পাত্ৰত আহৰণ কৰা জল বিধিব্যৱহাৰে সিঞ্চন কৰা হৈছিল। তাৰ পাছত ৰজাই পূৰ্ণিমাৰ চন্দ্ৰৰ দৰে উজ্জ্বল শুক্ল ছত্ৰৰ তলত সিংহাসনত আৰোহণ কৰিছিল। কামৰূপৰ ৰজাৰ এই ছত্ৰৰ নাম আছিল বাৰুণচ্ছত্ৰ। শ্ৰীকৃষ্ণই হেনো নিজ হাতে এই বাৰুণচ্ছত্ৰ ভগদত্তক পোনতে দিছিল। * (১) অভিষেক হৈ যোৱাৰ পিছত ৰজাসকলে

* (১) কমৰূপ শাসনাৱলী—ভূমিকা দ্ৰষ্টব্য।

কেতিয়াবা কেতিয়াবা পৃথক নামো গ্ৰহণ কৰিছিল। হৰ্ষচৰিতৰ মতে কুমাৰ ভাস্কৰ বৰ্ম্মাৰেই আগৰ নাম আছিল ভাস্কৰদ্যুতি। ৰূপ-গুণ-সাহস-বিক্ৰম-শৌৰ্য্য-বীৰ্য্য-পাণ্ডিত্য সকলো পিনেদি ৰজা হব লাগিছিল জাকত জিলিকা।

সেই যুগত ধৰ্ম্মই আছিল জীৱনৰ সকলো কাৰ্য্য-ক্ষেত্ৰৰ মূল বিধি স্বৰূপ। ৰজা নিজে পৰম ধাৰ্ম্মিক হব লাগিছিল, আৰু প্ৰজাপালনতো তেওঁ যাতে ধৰ্ম্ম-নীতিৰ পৰা বিচলিত নহয় তাৰ বাবে যত্ন লোৱা হৈছিল। ব্ৰাহ্মণসকলে শাস্ত্ৰ-নীতি ৰজাক ব্যাখ্যা কৰি শুনাইছিল আৰু সেইবাবেই তেওঁলোক সেই যুগৰ বিধি-স্মাৰক বিষয়া (Legal Remembrancer) আছিল। সমাজত ব্ৰাহ্মণৰ সন্মান অতি উচ্চ আছিল আৰু আনকি গুৰুতৰ অপৰাধৰো কিছুমান বিশেষ বিশেষ দণ্ড তেওঁলোকৰ ক্ষেত্ৰত অপ্ৰয়োজ্য আছিল। উদাহৰণ স্বৰূপে, ব্ৰাহ্মণৰ কোনো কাৰণতে প্ৰাণদণ্ড নহৈছিল।

ৰজাৰ ঘাই বিষয়াসকলৰ ভিতৰত সামন্ত, যুৱৰাজ, মহা-সেনাপতি আৰু অমাত্যবৰ্গ ই আছিল মুখ্য কৰ্ম্মচাৰী। তলতীয়া ৰজাসকলক সামন্ত বোলা হৈছিল। * সামন্ত ৰজাসকলৰ ভিতৰত মুখ্যজনে মহাসামন্ত উপাধি পাইছিল। ৰজাৰ জ্যেষ্ঠ পুত্ৰ যুৱৰাজ নামে অভিহিত হৈছিল; কাৰণ ৰজাৰ অবিহনে তেৱেঁই আছিল ৰজা।

* Among the officers of the central administration the most important were the Samantas, Yuvarajas, Mahasenapati and the Amatyas..

—Dr. B K. Barua (A Cultural History of Assam

ৰজাই তেওঁৰ সচীবসকলৰ লগত ৰাজকাৰ্য্যৰ জটিল সমস্যাবোৰ আলচ কৰিহে সিদ্ধান্ত গ্ৰহণ কৰিছিল। হিউয়েন চাঙৰ জীৱনীত আছে যে যেতিয়া ভাস্কৰ বৰ্ম্মাই সচীবসকল-সমন্বিতে হৰ্ষবৰ্দ্ধনক গঙ্গাৰ পাৰত লগ ধৰিবলৈ গৈছিল তেতিয়া তেওঁ সচীবসকলৰ লগত বহি আগতে কথাবোৰ নিজৰ ভিতৰত আলচ কৰি লৈছিল। মন্ত্ৰী, সচীব আৰু অমাত্য—এই তিনিওটা শব্দই আহি একে অৰ্থ বুজালেও সেই যুগত প্ৰত্যেকৰে দায়িত্ব পৃথক আছিল। মন্ত্ৰীয়ে ৰজাক শান্তিৰক্ষা, দুৰ্নীতি-নিবাৰণ, কাজিয়া-পেচালৰ আপোচ আৰু আৱশ্যকমতে সেনা-নিয়োগ সম্পৰ্কে উপদেশ দিব লাগিছিল। অমাত্যৰ কাম আছিল—নগৰ, গাঁও, চুবুৰি আদিত থকা খেতিৰ মাটি সম্পৰ্কে আৰু খেতিৰ উপযোগী পতিত মাটিত, খাজানা, কৰ আদিৰ বিষয়ে ৰজাক বা-বতৰা যোগোৱা আৰু দিহা-ভাৰসা দিয়া। আকৌ অমাত্যসকলৰ ঘাই কৰ্ত্তব্য আছিল ৰাজহ তোলা আৰু ৰাজহসম্পৰ্কে ৰজাক সকলোপ্ৰকাৰ পৰামৰ্শ দিয়া। সচীবৰ কাম আছিল ৰাজ-ভৰাঁলবোৰ পৰীক্ষা কৰি সঞ্চিত সামগ্ৰী আৰু অৰ্থবল সম্বন্ধে ৰজাক অৱগত ৰখা। এইবোৰ দায়িত্ব সাধাৰণতে পুৰুষানুক্ৰমে চলিছিল আৰু বিজ্ঞ ব্ৰাহ্মণসকলেই এনেবোৰ কৰ্ত্তব্যত নিযুক্ত আছিল। * ৰজাসকলে দূত-প্ৰেৰণৰ দ্বাৰা সততে অন্য ৰজাৰ লগত প্ৰীতি আৰু মিত্ৰতা স্থাপন কৰিছিল।

* The Kamauli Grant indicates that the offices of ministers were hereditary and were held by Brahmans—Dr B. K. Barua (A Cultural History of Assam).

ৰজাৰ ৰাজ্যক সাধাৰণতে দেশ, ৰাজ্য বা মণ্ডল বোলা হৈছিল। দেশৰ সৰ্ব্ব-বৃহৎ অংশটোক বোলা হৈছিল ভুক্তি (প্ৰদেশ)। তাৰ তলতে তাতোকৈ কিঞ্চিৎ নামনাচ বিভাগ একোটাক বোলা হৈছিল - 'বিষয়' (জিলা)। বহুত গাঁৱৰ সমষ্টিত বিষয় গঢ লৈ উঠিছিল। সেই যুগত দেশ বুজাবলৈ 'মণ্ডল' শব্দৰ প্ৰচুৰ প্ৰয়োগ আছিল। বৈদ্যদেৱৰ কমৌলি ফলিত আনকি কামৰূপ ৰাজ্যৰ কথাও কামৰূপ মণ্ডল বুলিহে উল্লেখ কৰা আছে।

বিষয়ৰ শাসন-কৰ্ত্তাক বিষয়পতি (জিলাধিপতি) বোলা হৈছিল। তেওঁৰ অফিচ বা বিচাৰ-চ'ৰাক বোলা হৈছিল অধিকৰণ আৰু অধিকৰণ থকা ঠাইক বোলা হৈছিল অধিষ্ঠান। আজিকালিৰ জিলাধিপতিৰ তলত অনেক কৰ্ম্মচাৰী থকাৰ দৰে তেতিয়াও বিষয়পতিৰ তলত বহুত কৰ্ম্মচাৰী আছিল, যেনে ন্যায়াধিকৰণিক, ব্যৱহাৰিক, সীমাপ্ৰদাতা, কায়স্থ, নায়ক, কোষ্ঠাগাৰিক, উপৰিক, উৎখিতয়িত, লেখক, শাসয়িতৃ, সেকাকাৰ ইত্যাদি।

তেতিয়া বিচাৰ বিভাগ, শাসনবিভাগ, দেৱানী বিভাগ, সৈন্য বিভাগ, আদি অনেক বিভাগৰ দায়িত্ব কেতিয়াবা কেতিয়াবা একজন লোকৰ ওপৰতে ন্যস্ত আছিল। অৱশ্যে বিভাগ অনুসাৰে কৰ্ম্মচাৰী প্ৰায়ে পৃথক থকাই নিয়ম আছিল। উদাহৰণ স্বৰূপে কোৱা যায় যে আজিৰ জিলাধিপতি বা উপায়ুক্তৰ দৰে তেতিয়াও বিষয়পতি নিজে ৰাজহ-বিভাগৰো

অধিকাৰী আছিল। গাঁৱৰ মুখিয়ালজনক সাধাৰণতে নায়ক বোলা হৈছিল। ৰজাই ভূমি দান কৰিলে ব্ৰাহ্মণ-সজ্জন আৰু গাঁৱৰ মুখিয়াল লোকসকলক আৰু নায়কক দস্তুৰমতে শুনাই দিয়াৰ প্ৰথা আছিল।

ধৰ্ম্মৰ অনুশাসনমতে দেশৰ শাসন কাৰ্য্য চলিছিল বুলি আগতে উল্লেখ কৰা হৈছে। ন্যায়কৰণিক বোলা কৰ্ম্মচাৰী গৰাকীয়ে আছিল ন্যায় বিচাৰৰ মুখ্য কৰ্ম্মচাৰী আৰু তেওঁৱেই ভূমি সম্পৰ্কীয় যাৱতীয় বিবাদৰ নিষ্পত্তি কৰিছিল। ব্যৱহাৰিক বোলা কৰ্ম্মচাৰী গৰাকীয়ে আইনৰ অনুশাসন মতে কাম চলিছেনে নাই তদন্ত কৰি ৰজাক নিজৰ মন্তব্যসহ জনাই থাকিব লাগিছিল। কায়স্থ সকলে বিচাৰবিভাগৰ কাকতপত্ৰ ঠিক-ঠাক ৰাখিছিল। দেশৰ ৰাজহ ঘাইকৈ সংগৃহীত হৈছিল নিম্নলিখিত বিষয়বোৰৰ পৰা :—

(১) নিয়মীয়া কৰ কাটল
(২) সাময়িক কৰ-কাটল
(৩) বাণিজ্যৰ শুল্ক
(৪) দোষীৰ পৰা আদায় কৰা দণ্ডৰ ধন।
(৫) চৰকাৰী সম্পত্তিৰ (State propertyৰ) পৰা উঠা ধন।
(৬) সামন্ত ৰজাসকলৰ পৰা উঠোৱা কৰ-কাটল।

কৰ আৰু উপকৰ এই দুয়োবিধেই আছিল নিয়মীয়া কৰ-কাটলৰ ভিতৰত প্ৰধান আয়ৰ স্থল। "চাট-ভাট-

প্ৰবেশম্” বা যুদ্ধৰ সৈন্য অথবা পৰৰাষ্ট্ৰৰ পৰা অহা কটকীক পোহপাল দিবলৈ তোলা কৰেই আছিল অস্থায়ী বা সাময়িক কৰবোৰৰ ভিতৰত প্ৰধান। নৈৰে বাণিজ্যৰ কাৰণে নাৱত নিয়া বস্তুৰ ওপৰতো একোটা কৰ বা শুল্ক ধাৰ্য্য হৈছিল। বৰগাঁও ভূমিদান ফলিত তামৰ খনিৰ পৰা পোৱা কৰ এটাৰো উল্লেখ আছে। তাক ‘কমলাকৰ’ নাম দিয়া হৈছিল। ইয়াৰ পৰা পণ্ডিতসকলে অনুমান কৰে যে অসমত হয় তো কৰবাত তামৰ খনিও আছিল। তামৰ মুদ্ৰাৰ কিন্তু পুৰণি কামৰূপ বা অসমত ব্যৱহাৰ থকাৰ প্ৰমাণ পোৱা নাযায়। গতিকে ‘কমলাকৰ’ শব্দই অন্য অৰ্থও সূচাব পাৰে।

সাধাৰণতে বিষয়পতি, নায়ক, গ্ৰামিক আদি বিষয়সকলেই ৰজাক কৰ-কাটল তুলি দিব লাগিছিল। নিধনপুৰ ফলিত সীমাপ্ৰদাতা বুলি এজন বিষয়াৰ উল্লেখ আছে। তেওঁ মাটিৰ সীমা ঠিক কৰিছিল। আজিকালিৰ মণ্ডল সেই কালৰ সীমাপ্ৰদাতাৰেই বংশধৰ।

পুলিচ বা শান্তিৰক্ষা বিভাগৰ কৰ্ম্মচাৰীৰ ভিতৰত দাণ্ডিক, দণ্ড-পাশিক আৰু চৌৰোদ্ধৰণিকৰ নাম পোৱা যায়। দণ্ডিকৰ প্ৰধান কাম আছিল বিচাৰালয়ত বিচাৰ আৰু দণ্ডাজ্ঞা শুনাই দিয়া। দণ্ডাজ্ঞা অনুযায়ী দণ্ডপাশিকে নি দোষীক শাস্তি দিছিল। আজিকালিৰ হাত কেৰেয়াৰ দৰে পাশ বা ৰজি হাতত থকা বাবেই তেওঁৰ নাম আছিল দণ্ড-পাশিক। চোৰ-ডকাইতৰ ওপৰত যমসদৃশ মুখ্য কৰ্ম্মচাৰীজনাৰ নাম আছিল।

চৌৰোদ্ধৰণিক। অফিচৰ কেৰাণীসকলক লেখক বোলা হৈছিল। যাৰ জিম্মাত বা দায়িত্বত কাকতপত্ৰবোৰ ৰখা হৈছিল তেওঁক বোলা হৈছিল কাৰণিক। তক্ষকাৰ বা সেক্যকাৰ বোলা বিষয়াজনে ফলিৰ ওপৰত ভূমিদান লিপিবদ্ধ কৰিছিল। এই দানপত্ৰবোৰত সাধাৰণতে দানৰ স্থান, দাতাৰ নাম, উপৰি পুৰুষৰ নাম আৰু বৰ্ণনা, সাক্ষী, দানৰ উদ্দেশ্য, ভূমিৰ সীমা, গ্ৰহীতা, গ্ৰহীতাৰ গুণাৱলী, দানৰ ভোগকাল, উত্তৰাধিকাৰী নিৰ্ণয়, হস্তান্তৰ স্বত্ব, ভূমিৰ কৰ-কাটলৰ ব্যৱস্থা, ৰজাৰ নাম, তাৰিখ আদি ফলিত স্পষ্ট হৈ থাকিব লাগিছিল। এটা তামৰ আঙঠিৰে আটাইবোৰ তামৰ ফালি ৰজাৰ ঘৰত গাঁথি ৰখাৰ ব্যৱস্থা আছিল।

পট্টন দিয়া ভূমিক তিনি ভাগত ভগোৱা হৈছিল, যেনে প্ৰকৃত গাঁও, খেতিৰ মাটি আৰু গৰু চৰা পথাৰ। * আবাসৰ স্থল বা বস্তি অংশক বোলা হৈছিল বাস্তুভূমি। বাস্তুভূমিৰ ওচৰতে খেতিৰ মাটি আৰু খেতিৰ মাটিৰ ওচৰতে কাঠ, বাঁহ, ফলমূল আদিৰ বাজত্বৱা ঠাই উমৈহতীয়া ব্যৱহাৰৰ কাৰণে ৰখা হৈছিল। খেতিৰ মাটিক বোলা হৈছিল ক্ষেত্ৰভূমি। ক্ষেত্ৰভূমি কোনেও বেছি নাৰাখিছিল আৰু তাত খেতিৰ কাৰণে মাটি ভগাই থোৱা আছিল। ক্ষেত্ৰালিবোৰে শস্যক্ষেত্ৰৰ সীমা নিৰ্দ্ধাৰণ কৰিছিল।

* Speaking generally in terms of agriculture it also appears that Assam villages were divided into three parts; the village proper, arable and pasture lands—Dr. B. K. Barua (A Cultural History of Assam)

গৰু চৰিবৰ কাৰণে "গো-প্ৰচাৰ" নামৰ ঠাই ( আজিকালিও তাক গোপচাৰ বোলা হয় ) আচুতীয়াকৈ ৰখা হৈছিল। জঙ্গলভূমি আৰু গোপচাৰ সকলোৰে উমৈহতীয়া সম্পত্তি আছিল। গোপচাৰলৈ যাবৰ কাৰণে উমৈহতীয়া গো-বাটৰো ব্যৱস্থা আছিল।

পুৰ, কটক বা নগৰ নামে নগৰ-চহৰবোৰ অভিহিত হৈছিল। সাধাৰণতে চৰকাৰী অফিচ, দুৰ্গ বা চৰকাৰী বিষয়াৰ ৰাজহুৱা কামৰ কাৰণে কৰা অস্থায়ী আবাস সেই ঠাইৰ বিশেষত্ব আছিল। নগৰৰ বাট-পদূলি আছিল আহল-বহল। ৰাজমাৰ্গ, চতুষ্পথ, ৰথ্যা, বীথা আদি বিভিন্ন শব্দৰ প্ৰয়োগে কোন ৰাস্তা কেনেকুৱা তাৰ এটি আভাস দিছিল। আজিকালিও জানো ৰোড (road), লেন (Lane), ষ্ট্ৰীট (Street) আদি শব্দৰ প্ৰয়োগে তাকে নকৰে ?

পূৰ্বতে কোৱা হৈছে যে ভূমিৰ গৰাকী বা ঘাই মালিক আছিল ৰজা। হাবিজঙ্গল, গোপচাৰ আদিও আছিল ৰজাৰে। ৰজাই স্বেচ্ছাৰে ভূমিদান কৰি দানগ্ৰহীতাৰ ওপৰত চৰ্ত্ত নিৰ্দ্ধাৰণ কৰিব পাৰিছিল। কেতিয়াবা তেওঁ নিস্কৰকৈও ভূমি দান দিছিল। চিৰকালৰ কাৰণে দান দিয়া ভূমিও কেতিয়াবা কেতিয়াবা ৰজাই ঘূৰাই লব পাৰিছিল। * (২)

*(২) However the bulk of evidence prove that the king was the sole owner of the soil. He could alienate land at will. Moreover it appears that he could resume at will land so given, even though it had been given originally as a perpetual grant. Dr. B. K. Barua (A Cultural History of Assam).

দানৰ ভূমিবোৰক দুই শ্ৰেণীত ভগোৱা হৈছিল, যেনে, ক্ষেত্ৰ, অৰ্থাৎ খেতিৰ উপযোগী আৰু খিল অৰ্থাৎ খেতিত বাহিৰে অন্য কামৰ উপযোগী—গৰাবাদ ভূমি।

ব্ৰাহ্মণসকলক বা অন্যক গৰাবাদ ভূমি যি প্ৰণালীৰে দান কৰা হৈছিল তাক 'ভূমি-ছিদ্ৰ' প্ৰণালী বোলা হৈছিল, কাৰণ সাধাৰণতে খেতিত নলগোৱা ভূমিহে তেনেকৈ দিয়া হৈছিল। পিছত গ্ৰহীতাই ইয়াত যতনেৰে খেতি কৰালেও খাজানা বা কৰ দিব নালাগিছিল।

আৰু একপ্ৰকাৰ ভূমি-দানৰ প্ৰণালীক বোলা হৈছিল—"নীবিধৰ্ম্ম বা অপ্ৰদাধৰ্ম্ম" প্ৰণালী। এই প্ৰণালী বা নীতি মানি দান দিয়া ভূমি কিন্তু গ্ৰহীতাৰ দ্বাৰা দান-বিক্ৰী-হস্তান্তৰ হব নোৱাৰিছিল।

ধৰ্ম্মৰ উদ্দেশ্যে বা ব্ৰাহ্মণক বৃত্তি ৰক্ষাৰ্থে স্বতন্ত্ৰীয়াকৈ দান দিয়া ভূমিদান নীতিক বোলা হৈছিল ব্ৰহ্মদায় বা ব্ৰহ্মদান নীতি। এই নীতিত কেতিয়াবা বাসিন্দা লোকসহ গাঁও দান কৰি দিয়া হৈছিল। এনে গাঁৱক 'অগ্ৰহাৰ' বোলা হৈছিল। এজনক দান কৰিলে সেই ভূমিক বোলা হৈছিল 'একভোগ' আৰু বহুজনক দানকৰা ভূমিক বোলা হৈছিল 'গণভোগ'।

পিছৰ যুগত আহোম আৰু ইংৰাজসকলে এইবোৰ নীতিকে চালি-জাৰি গ্ৰহণ কৰি তাতে যোগ-বিয়োগ দি ব্ৰহ্মোত্তৰ, দেৱোত্তৰ, লাখেৰাজ আদি নাম দিছিল। ভূমিৰ বছৰেকীয়া বা সাময়িক ৰাজহক কৰ নামে অভিহিত কৰা হৈছিল। যিসকল বাসিন্দাৰ

ভূমিত স্বত্বাধিকাৰ নাছিল তেওঁলোকে বেলেগ নিৰিখত কৰ দিছিল আৰু সেই কৰৰ নাম আছিল—'উপৰিকৰ'। আজিৰ তৌজি-বাহিৰা খাজানা বা তলতীয়া ৰায়তৰ খাজানাৰ লগত ইয়াৰ সাদৃশ্য আছে।

দোণ ( দ্ৰোণ ) আৰু নলৰ সহায়ত সেই যুগত মাটিৰ জোখ হৈছিল আৰু খাজানা সাধাৰণতে নিৰ্দ্ধাৰিত হৈছিল ধানৰ জোখেৰে। ধান, গোধন আদিয়ে যুগে যুগে কেনেকৈ কিনা-বেচাৰ মাধ্যম স্বৰূপে গৃহীত হৈ বিনিময় কাৰ্য্যত সমাজক সহায় কৰিছিল--ভাবিব লগীয়া।

---

# আহোম যুগৰ শাসন-প্ৰণালী আৰু বিষয় বাব আদি।

আহোমসকলৰ ছশ বছৰীয়া দীঘলীয়া ( ১২২৮ চনৰ পৰা ১৮২৬ চনলৈ ) ৰাজত্ব বুৰঞ্জীৰ এটা বিচিত্ৰ ঘটনা।* (১) শাসনৰ দক্ষতা, যুদ্ধ বিদ্যাত পাৰদৰ্শিতা, ধৰ্ম্ম-বিদ্বেষহীনতা, বিশিষ্ট ৰাজনৈতিক জ্ঞান আৰু নিৰপেক্ষতাই আছিল তেওঁলোকৰ দীৰ্ঘকালব্যাপী ৰাজত্বৰ মূলমন্ত্ৰ। এক নায়কত্ব ৰক্ষা আৰু সম্ভ্ৰান্ত বংশৰ যোগ্য লোকৰ দ্বাৰা ৰাজ্য-শাসন—এই দুটা নীতি তেওঁলোকে সদায় সযতনে মানিছিল। ৰজাক বোলা হৈছিল স্বৰ্গদেৱ আৰু তেঁৱেই আছিল ৰাজ্যৰ মূল কৰ্ত্তা।

পাটকাই পৰ্ব্বতৰ ওপৰেদি আহি চুকাফা স্বৰ্গদেৱে পোনতে অসমত ৰাজ্য স্থাপন কৰে ১২২৮ খৃষ্টাব্দত। তেওঁ ভালকৈ জানিছিল যে অসম ৰাজ্য তেওঁ অকলে জয় কৰা নাছিল। তেওঁৰ লগৰীয়াসকলে সহায় নকৰা হলে তেওঁ কেতিয়াও অসমত ৰজা হব নোৱাৰিলেহেঁতেন। সেই গতিকে তেওঁ ৰাজ্য-শাসনৰ দায়িত্ব তেওঁলোকৰ লগত ভগাই লৈছিল। বুঢ়াগোহাঁই আৰু

* (১) Lord William Bentinck, Governor General of India from 1928 to 1932 referred to the long continuance of Ahom rule in Assam as "without example in history" Anglo-Assamese Relations by Dr. S. K. Bhuyan.

বৰগোহাঁই এই দুজনা বিষয়াই পোনতে ৰজাৰ সোঁহাত-স্বৰূপ আছিল। পিছত দিহিঙ্গীয়া ৰজাৰ দিনত ( ১৬৭৫-১৬৭৬ খৃঃ ) বৰপাত্ৰ গোঁহাইৰ পদবী সৃষ্টি কৰা হয়। তেতিয়াৰে পৰা এই তিনি গৰাকীয়ে আছিল শাসনৰ সৰ্ব্বশ্ৰেষ্ঠ বিষয়া। আৰু ৰজাক ৰাজকাৰ্য্যত মন্ত্ৰনা দিয়া মন্ত্ৰী।

আগতে কৈ অহা হৈছে যে পুৰণি অসমৰ ৰাজহ-ব্যৱস্থা আজিকালিৰ ৰাজহ ব্যৱস্থাৰ পৰা সম্পূৰ্ণ পৃথক আছিল। ভূমি-কৰ, জল-কৰ আদিৰ নাম মানুহে শুনাই নাছিল। ১৬৬২ চনতেই মিৰজুম্লাৰ লগত অসমলৈ অহা ছিহাবুদ্দিন নামৰ মুছলমান ঐতিহাসিক এজনে লিখি থৈ গৈছে— "খেতিয়কৰ পৰা মাটিৰ টেক্স বা কৰ আদায় কৰা ইয়াত নীতি-বিৰুদ্ধ কথা। কিন্তু প্ৰত্যেক তিনিজন লোকৰ এজনে ৰজাৰ ঘৰত খাটি দিব লাগিছিল। ৰাজ-আজ্ঞা বহনত পলম হলে সততে মৃত্যু-দণ্ড হৈছিল। * * ৰজাই সাধাৰণতে বিদেশী লোকক নিজৰ ৰাজ্যত প্ৰৱেশ কৰিব নিদিছিল আৰু নিজ দেশৰ মানুহকো বাহিৰ হৈ যাবলৈ বাধা দিছিল।"

**ৰজা আৰু গোহাঁই-নিৰ্ব্বাচন—**

আহোম শাসনত খাজানা, ৰাজহ, কৰ-কাটল আদি লগোৱাৰ মূলভাৰ আছিল ৰজাৰ ওপৰতে। উপৰুক্ত তিনিজন প্ৰধান মন্ত্ৰীয়ে তেওঁক ৰাজকাৰ্য্যত সহায় কৰিছিল। এই প্ৰধান মন্ত্ৰী কেইগৰাকীৰ প্ৰত্যেকৰে এলেকা নিৰ্দ্দিষ্ট আছিল। শাসন সম্পৰ্কীয় মূল কথাবোৰত তেওঁলোক ৰজাৰ মাথোন উপদেষ্টাহে

আছিল। কিন্তু সেইবুলি ৰজায়ো ৰাজ্যৰ শান্তিৰক্ষা, যুদ্ধবিগ্ৰহ, সন্ধিস্থাপন আদি আৱশ্যকীয় কাম-কাজবোৰত তিনিও গোহাঁইৰ পৰামৰ্শ লব লাগিছিল। আনকি তিনিও লগ হৈ একমত হৈ সম্মতি দিলেহে ৰজা ৰাজপাটত উঠিব পাৰিছিল। যুটীয়াভাৱে তেওঁলোক ইমানেই ক্ষমতাশালী আছিল যে তিনিও লগ হৈ একমত হলে তেওঁলোকে ৰজাকো ভগাপতা কৰিব পাৰিছিল। এইটো কিন্তু লক্ষ্যকৰিব লগীয়া যে ৰজা বলবান হলেই গোহাঁই-সকলে সিমান প্ৰভাৱ দেখুৱাব নোৱাৰিছিল আৰু অলপ দুৰ্ব্বল হলেই তেওঁলোক নিজে প্ৰকৃত ৰজা হৈ পৰিছিল। এনেকৈ প্ৰতাপসিংহ, গদাধৰ সিংহ, ৰুদ্ৰসিংহ আদি ৰজাসকল আছিল বলবান আৰু লৰা ৰজা, কমলেশ্বৰ সিংহ আদি ৰজাসকল আছিল দুৰ্ব্বল মনৰ ৰজা। ৰজা-নিৰ্ব্বাচন সদায় সাধাৰণতে ৰজাৰ পৰিয়া-লৰ অথবা ৰজাৰ বংশৰ উপযুক্ত কোঁৱৰ সকলৰ পৰা হৈছিল। ৰজাৰ তেজৰ সম্বন্ধ নথকা কোনো লোক ৰজা হব নোৱাৰিছিল। শৰীৰত ঘুণ থাকিলে অথবা কিবা প্ৰকাৰে অঙ্গক্ষত হলে কোনো লোকক ৰজা পতা নহৈছিল। ৰজা নিৰ্ব্বাচিত হোৱাৰ পিছত ৰজাই এখন হাতত কুল-দেৱতা চোমদেৱৰ মূৰ্ত্তি আৰু আন হাতত হেংদান লৈ মখনা হাতীত উঠি চৰাইদেও পৰ্ব্বতলৈ গৈছিল আৰু তাৰ পিছত যথাবিহিতভাৱে শিঙৰিঘৰৰ সিংহাসনত আৰোহণ কৰিছিল। হেংদান ৰাজ-ক্ষমতাৰ চিন-স্বৰূপ। সেই-বাবে মন কঠোৰ কৰি লবৰ কাৰণে হেংদান হাতত লৈ শিঙৰিঘৰ প্ৰৱেশ কৰাৰ আগতে আহোম ৰজাসকলে একোটাকৈ

মানুহ কাটিছিল। ৰুদ্ৰসিংহ ৰজাই পোনতে মানুহৰ ঠাইত ম'হ বলি দিয়াৰ প্ৰথা চলায় আৰু পিছত সেয়ে চলিবলৈ ধৰে। * (২)

ৰজা যেনেকৈ একোটা নিৰ্দ্দিষ্ট পৰিয়াল বা বংশৰ পৰা নিৰ্ব্বাচন কৰা হৈছিল ঠিক সেইদৰে ৰজাৰ প্ৰধান বিষয়া গোহাঁইকেইজনো তেনেকৈ নিৰ্দ্দিষ্ট পৰিয়ালৰ পৰা নিৰ্ব্বাচিত হৈছিল। ৰজা আৰু গোহাঁই নিৰ্ব্বাচনত সাধাৰণতে পিতাৰ ঠাই পুত্ৰই লৈছিল।

গোহাঁইসকলৰ প্ৰত্যেকৰে তলত কিছুমান বহতীয়া পৰিয়াল আছিল আৰু এই পৰিয়ালবোৰৰ ওপৰত গৰাকীজনত বাহিৰে আন কোনেও কোনোপ্ৰকাৰ প্ৰভুত্ব চলাব নোৱাৰিছিল। ডেভিড স্কট চাহেবৰ মতে প্ৰত্যেক গোঁহাইৰ তলত দহ হাজাৰকৈ পাইক আছিল। সেয়ে প্ৰায় বছৰি ৯০, ০০০্ টকাৰ সমান আছিল। তাৰে চিন স্বৰূপে আজিও গোহাঁইগাঁও, গোহাঁই পথাৰ, গোহাঁইঘাট আদি গাঁৱৰ নাম বৈ আছে।

সেই কালত যোগ্যতাৰ সমাদৰ আছিল যদিও নিজৰ লগা ভগাসকলক ডাঙৰ ডাঙৰ বিষয়া পাতি দিয়াৰ দৃষ্টান্তও অলেখ আছে। আন নালাগে দিহিঙীয়া ৰজাই পতা প্ৰথম বৰপাত্ৰ গোহাঁইজনাই তেওঁৰ নিজৰে সতীয়া ( মাহীমাকৰ পুতেক ) ভায়েক আছিল।

**বৰবৰুৱা আৰু বৰফুকন**

ৰাজ্য বঢ়াৰ লগে লগে আৰু অধিক বিষয়াৰ দৰ্কাৰ হৈ

* (২) Vide page 235 of Gait's History of Assam.

আহিল। তেতিয়া বৰবৰুৱা আৰু বৰফুকন নামে আৰু দুগৰাকী নতুন বিষয়াৰ পদবী ওলাল। প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনতেই ( খৃ ১৬০৩—১৬৪১ ) বৰবৰুৱা আৰু বৰফুকনৰ সৃষ্টি হয়। প্ৰথমে এই পদবীবোৰ পুৰুষানুক্ৰমে পোৱা খিতাপ আছিল। তাৰ পাদত বাৰটা নিৰ্দ্দিষ্ট পৰিয়ালৰ পৰা এই বিষয়াবোৰ বাছি লোৱাৰ স্থিৰ হয়। প্ৰধান গোহাঁই তিনি-গৰাকীৰ পৰিয়ালৰ পৰা কিন্তু কোনেও বৰবৰুৱা বা বৰফুকন হব .নোৱাৰিছিল। কাৰণ সম্ভ্ৰান্ত বংশৰ লোকৰ পৰা উচ্চ কৰ্ম্মচাৰী লোৱা নীতি থাকিলেও একে ঠাইতে যাতে ৰাজকীয় সকলো ক্ষমতা কেন্দ্ৰীভূত নহয় .সেইটোলৈও নজৰ ৰখা হৈছিল।

সদিয়াৰ পৰা কলিয়াবৰলৈ এই ডোখৰ ৰাজ্য বৰবৰুৱাৰ এলেকা আছিল ; গোহাঁইসকলৰ এই ভূমিখণ্ডত পোনপটীয়াকৈ একো হাত নাছিল। বৰবৰুৱায়ে এই ভূখণ্ডৰ ন্যায় শাসনৰ বাবে দায়ী আছিল। তেৱেঁই সৈন্যাধ্যক্ষও (Commander) আছিল। তেওঁ তাৰ বাবে চৈধ্য হাজাৰ পাইক পাইছিল। কিন্তু গোহাঁইৰ তলতীয়া পাইক আৰু বৰবৰুৱাৰ তলতীয়া পাইকৰ প্ৰভেদ ইয়াতেই আছিল যে বৰবৰুৱাৰ তলতীয়া পাইকে গৈ নিৰ্দ্দিষ্ট কালৰ কাৰণে ৰজা ঘৰতো ৰাজহুৱা কামত খাটিব লাগিছিল। তাহানিৰ অনেক আলি-পদূলি, পুখুৰী আদি এই পাইকসকলৰ হাতৰ কাম। গোহাঁইৰ পাইকে গৈ ৰজাঘৰত খাটিব নালাগিছিল।

বৰফুকনে পোনতে ৰজাৰ প্ৰতিনিধি স্বৰূপে কলং আৰু

ব্ৰহ্মপুত্ৰৰ মাজৰ ঠাইডোখৰ মাত্ৰ শাসন কৰিছিল। পিছত তেওঁৰ এলেকা কলিয়াবৰৰ পৰা গোৱালপাৰালৈ বিয়পে। তেতিয়া গুৱাহাটী তেওঁৰ সদৰ ঠাই হয়। তেওঁৰ ক্ষমতা ক্ৰমে ক্ৰমে বৰবৰুৱাতকৈ কিয় গোহাঁইসকলতকৈও কোনো কোনো ক্ষেত্ৰত চৰিছিল। সাধাৰণতে ৰজাইহে দোষীক প্ৰাণদণ্ডৰ আদেশ দিব পাৰিছিল। গোহাঁইসকলৰ ক্ষমতাৰ সাধাৰণ সীমাৰ ভিতৰত সেই কাৰ্য্য নাছিল। বৰফুকনে কিন্তু দোষীক পানীত ডুবাই বধ কৰা আদি শাস্তি ৰজাক নোসোধাকৈয়ে দিছিল। বৰবৰুৱাৰ এই ক্ষমতা নাছিল। বৰফুকন আছিল নামনি অঞ্চলত স্বৰ্গদেৱৰ প্ৰতিনিধি বিষয়া।

এওঁলোকৰ বাহিৰেও সৈন্য-বিভাগত থকাৰ দৰে পাইক বা সাধাৰণ ৰাইজক চলাবৰ কাৰণে কিছুমান নিৰ্দ্দিষ্ট বিষয়া আছিল। যেনে, বৰা, শইকীয়া, হাজৰিকা ইত্যাদি। পাইকবোৰে শান্তিৰ সময়ত ৰাজ্যৰ আলি বন্ধা, পুখুৰী খন্দা, মঠ-মন্দিৰ নিৰ্ম্মাণ কৰা আদি কামত লাগিছিল আৰু যুদ্ধৰ সময়ত সৈনিক হিচাপে কাম কৰিছিল। শৃঙ্খলাবদ্ধ জীৱন-যাপন এটা মন কৰিবলগীয়া বিষয় হৈ পৰিছিল।

**বৰা, শইকীয়া, হাজৰিকা**

পাইকৰ বিভিন্ন খেল আছিল। এই খেলবোৰ ব্যৱসায় অনুসৰি বা স্থান অনুসৰি গঢ়ি উঠিছিল যেনে কাঁড়ীৰ খেল, নাওবৈচাখেল, বাঢ়ৈৰ খেল, অথবা ডিমৰুগুৰীয়া খেল, নদীপৰীয়া খেল ইত্যাদি।

প্ৰজাসকলৰো 'চমুৱা' নামৰ এক শ্ৰেণীৰ লোকে পাইকানি খাটিব নালাগিছিল। কায়িক খাটনিৰ পৰিবৰ্ত্তে তেওঁলোকে নিৰ্দ্দিষ্ট হাৰত খাজানা বা কৰ দিব লাগিছিল। সম্ভ্ৰান্ত শ্ৰেণীয়ে আছিল চমুৱা, আৰু চমুৱাৰ পৰাহে ৰাজকাৰ্য্যত বিষয়া নিযুক্ত হৈছিল।

কোনো কোনো ক্ষেত্ৰত তিনিজন আৰু অন্য কোনো ক্ষেত্ৰত চাৰিজন পাইকে এটা গোট হৈছিল। প্ৰত্যেক খেলৰ কুৰিজন পাইকৰ ওপৰত একোজন বৰা আছিল। এশ জনৰ ওপৰত একোজন শইকীয়া আছিল। এহেজাৰ পাইকৰ ওপৰত আছিল হাজৰিকা; তিনি হাজাৰৰ ওপৰত ৰাজখোৱা, ছয় হাজাৰৰ ওপৰত ফুকন—এনেকৈয়ে সৈন্যবিভাগ গঠিত হৈছিল। সৈন্যক আজিকালিৰ দৰে ৰজা-ঘৰৰ পৰা খৰচ দি পুহিব নালাগিছিল। পাইকবোৰে বৰা, শইকীয়া হাজৰিকা আদিক ভাঙিব আৰু নতুনকৈ পাতিবৰ কাৰণে সমূহীয়াকৈ দাবী কৰিব পাৰিছিল। তাৰেই ফলত কৰ্ম্মচাৰীসকলে বৰ বেছিকৈ মইমতালি দেখুৱাব অথবা পাইকবোৰক দুৰ্ব্যৱহাৰ কৰিব নোৱাৰিছিল। দৰমহাৰ পৰিবৰ্ত্তে সকলো ৰাজকৰ্ম্মচাৰীয়ে নিৰ্দ্দিষ্ট সংখ্যক পাইক পাইছিল। উচ্চ বংশৰ লোক, পুৰোহিত বামুণসকল, উচ্চ জাতিৰ মানুহ আৰু তেওঁলোকৰ চাকৰ-বাকৰত বাহিৰে বাকী সকলো মতা মানুহে পোন্ধৰ আৰু পঞ্চাশ বছৰ বয়সৰ ভিতৰত ৰজাঘৰত পাইক হিচাপে খাটিব লাগিছিল। সাধাৰণতে গোটৰ প্ৰত্যেক পাইকে বছৰত তিনি মাহ ৰজা

ঘৰত খাটিব লাগিছিল। যুদ্ধ-বিগ্ৰহৰ সময়ত পাইকৰ গোটৰ দুজন, তিনিজন বা আটাই কেইজন লোকেও খাটিব লগীয়া হৈছিল। ইয়াক আতুৰ কালৰ ব্যৱস্থা বুলি ধৰা হৈছিল।

ওপৰত উল্লেখ কৰা ধৰণৰ পাইকৰ খাটনি অসম বুৰঞ্জীৰ তলৈকে যোৱা সময়লৈকে চলি আছিল। নামনিৰ কামৰূপ অঞ্চলত পাইকৰ ঠাইত মুছলমানসকলে দেখুৱাই যোৱা মতে খাজানা তোলাৰ ব্যৱস্থা আছিল। সেইমতে কামৰূপৰ অনেক ঠাই পৰগনাত বিভক্ত হৈছিল আৰু পৰগনা মতে খাজানাৰ হিচাপ হৈছিল। উজনিৰ খেল প্ৰণালীত মানুহ বহুৱা প্ৰথা মোমাই তামুলী বৰুৱাৰ সৃষ্টি। স্বৰ্গদেৱ প্ৰতাপ সিংহৰ আদেশত ১৬০৯ চনত মোমাই তামুলী বৰুৱাই এই কাম হাতত লৈছিল। মোগলসকলৰ মনচবদাৰী প্ৰথাৰ আৰ্হিতে অসমীয়া খেল-প্ৰণালীৰ সৃষ্টি হৈছিল বুলি ডাঃ ভুঞাৰ অভিমত। মনচবদাৰী প্ৰথামতে নিৰ্দ্দিষ্ট সংখ্যক সৈন্যৰ ওপৰত নিৰ্দ্দিষ্ট ক্ষমতা আৰু মৰ্য্যাদাসম্পন্ন বিষয়া নিৰূপিত হৈছিল। আজ্ঞাধীন হৈ থকা তলতীয়া সৈন্য-সংখ্যায়ে কৰ্ম্মচাৰীজনাৰ মৰ্য্যদা নিৰ্দ্ধাৰণ কৰিছিল আৰু ক্ষমতাৰ পৰিচয় দিছিল।

### অন্যান্য শাসনকৰ্ত্তাসকল

সৈন্য বিভাগ আৰু বৰা, শইকীয়া হাজৰিকা আদি বিষয়া-সকলৰ কথা কোৱা হ'ল। তেওঁলোকত বাহিৰেও বৰগোহাঁই, বুঢ়াগোহাঁই আৰু বৰপাত্ৰগোহাঁই এওঁলোকক সহায় কৰিবৰ কাৰণে ৰাজ্যত আৰু কিছুমান স্থানীয় শাসনকৰ্ত্তা আছিল।

তেওঁলোকক স্থানৰ নামেৰেই অভিহিত কৰা হৈছিল, যেনে, মৰঙিখোৱা গোহাঁই, কাঁজলীমুখীয়া গোহাঁই, চাৰিং ৰজা, টিপাম ৰজা ইত্যাদি। আহোমসকলৰ আগৰ কিছুমান স্থানীয় ৰজা বা শাসনকৰ্ত্তাই আহোমৰ ওচৰত আত্ম-সমৰ্পণ কৰাত, তেওঁ-লোকক আহোম ৰজাই কৰতলীয়া শাসনকৰ্ত্তা কৰি ৰাখিছিল। এওঁলোকক ৰজাপোৱালি বা দাঁতিয়লীয়া ৰজা নামে জনা গৈছিল। এওঁলোক বহুত আছিল, যেনে দৰঙী ৰজা; ডিমৰুৱাৰ ৰজা; ৰাণী, বৰদুৱাৰ, নদুৱাৰ বেলতলা আদিৰ ৰজাসকল ইত্যাদি। এই সকলৰ ভিতৰত দৰঙী ৰজা বহুত বিষয়ত স্বতন্ত্ৰীয়া আছিল।

**অন্যান্য কৰ্ম্মচাৰীসকল**

উপৰুক্ত আহোম বিষয়া আৰু কৰতলীয়া ৰজাসকলাত বাহিৰেও কিছুমান দায়িত্বশীল কৰ্ম্মচাৰী স্থানীয় সম্ভ্ৰান্ত পৰিয়ালৰ পৰা অথবা তিনি চাৰি পুৰুষ অসমত কটোৱা বিশ্বাসী বিদেশী লোকৰ পৰাও নিযুক্ত কৰা হৈছিল। এওঁলোকৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ আছিল ফুকনসকল। ছয়জন ফুকনেৰে বৰবৰুৱাৰ বিচাৰ সভা গঠিত হৈছিল। তেওঁলোকৰ স্বকীয়া স্বকীয়া অন্যান্য কৰ্ত্তব্যও আছিল। যেনে নাওবৈচা ফুকনৰ অন্য কৰ্ত্তব্য আছিল এহেজাৰ নাওবোৱা মানুহক ৰজাঘৰীয়া নাওৰ কাৰণে তৈয়াৰ কৰি ৰখা। তেনেকৈ বৰফুকনৰ বিচাৰ-চ'ৰাৰো ঘাই বিষয়া আছিল ছজনা ফুকন। বৰবৰুৱাৰ বিচাৰ সভাৰ দৰেই এই বিচাৰ সভাও চলিছিল। এওঁলোকৰ উপৰিও পৰ্ব্বতীয়া ফুকন,

তামুলীফুকন, চোলাধৰা ফুকন, জলভাৰী ফুকন ইত্যাদি অনেক তলতীয়া কৰ্ম্মচাৰী নানা কামত নিযুক্ত আছিল।

ফুকনৰ বাহিৰে তেনেকুৱা উচ্চ পদস্থ কৰ্ম্মচাৰী আৰু এক শ্ৰেণীৰ আছিল—তেওঁলোকক বৰুৱা বোলা হৈছিল। তেওঁলোকৰো ভাণ্ডাৰী বৰুৱা, বেজবৰুৱা, হাতী বৰুৱা, ঘোঁৰা বৰুৱা ইত্যাদি একুৰি প্ৰকাৰৰ বৰুৱা আছিল। এওঁলোকৰো প্ৰত্যেকৰে কৰ্ত্তব্য নিৰ্দ্দিষ্ট আছিল।

এই সকলৰ উপৰি বাৰজন ৰাজখোৱা, অনেক কাকতী, কটকী আৰু দলৈও আছিল। ৰাজখোৱা সকলৰ কৰ্ত্তব্য আছিল যুদ্ধত তিনি হাজাৰ সৈন্য পৰিচালনা কৰা। সেই পিনেদি বৰবৰুৱাৰ তলতেই আছিল ৰাজখোৱাসকল। ৰাজহুৱা কামৰ তত্ত্বাৱধান লোৱা আৰু কাজিয়া-পেচাল ভাঙি দেশত শান্তি স্থাপন কৰাও তেওঁলোকৰ অন্যতম কৰ্ত্তব্য আছিল। কাকতী সকলে ৰজাঘৰীয়া হিচাপ-কিতাপ, কাকত-পত্ৰ আদি ৰাখিছিল; কটকীসকলে বিদেশত গৈ ৰজাৰ হকে প্ৰচাৰ কৰিছিল আৰু মিত্ৰতা স্থাপনত সহায় কৰিছিল; দলৈসকলৰ কাম আছিল জ্যোতিষ চৰ্চ্চাৰ দ্বাৰা দেশৰ মঙ্গল ৰক্ষাত ৰজাক সহায় কৰা। এই দৰেই আহোম ৰাজত্বত বিভিন্ন কৰ্ম্মচাৰীসকল নিযুক্ত হৈছিল।

**বিচাৰ বিভাগ**—

আহোম ৰাজত্বত বৰগোহাঁই, বুঢ়াগোহাঁই আৰু বৰপাত্ৰ গোহাঁই এওঁলোকেই আছিল প্ৰধান বিচাৰক। তলতীয়া

বিষয়াসকলৰ বিচাৰৰ বিৰুদ্ধে 'আপীল' হৈছিল এই তিনিগৰাকী বিষয়াৰ ওচৰত। বৰবৰুৱা আৰু বৰফুকনৰ বিচাৰৰ বিৰুদ্ধে আপীল হৈছিল ৰাজ চ'ৰাত। ৰজাৰ সলনি ন্যায় সোধা ফুকনে বিচাৰ কৰিছিল। ডাঙৰ ডাঙৰ ৰাজকৰ্ম্মচাৰীসকলে যুদ্ধত বন্দী কৰি অনা নিকিনা গোলামবোৰক চাকৰ হিচাপে পাইছিল। এই দাস বা চাকৰবোৰ একপ্ৰকাৰে নিশ্চিন্ত আছিল। সিহঁতে প্ৰভুৰ ঘৰত খাটি দি তাতেই খাই-লৈ মহাসুখে বাস কৰিছিল। ৰজাঘৰত খাটিব নালাগিছিল। যুদ্ধৰ সময়তো ইহঁতক একো দায়-জগৰে নাপাইছিল। সেই হিচাপে ইহঁতৰ জীৱন পাইকৰ জীৱনতকৈ সুখৰ আছিল। সেই কাৰণেই অনেক পাইকে সম্ভ্ৰান্ত লোকৰ ঘৰত চাকৰ খাটিবলৈয়ে বেছি পছন্দ কৰিছিল। অসম ইংৰাজৰ হাতলৈ গ'লত অকল ডেভিড স্কট চাহেবেই এনেকুৱা বাৰ হাজাৰ দাসক মুক্তি দিছিল আৰু তাৰেই ফলত উজনিৰ অনেক ডা-ডাঙৰীয়াৰ দুখ-দুৰ্গতি কুলাই-পাচিয়ে নধৰা হৈছিল।

আহোম-বিচাৰালয় বা চ'ৰাৰ ছয় ফুকন আৰু বাৰ ৰাজ-খোৱাৰ কথা আজিও বুঢ়া মানুহৰ মুখত শুনা যায়। বিষয়া-সকলৰো দুটা চাম বা খলপ আছিল, ভিতৰুৱাল বিষয়া আৰু বাজুৱাল বা মেলডগীয়া বিষয়া। ভিতৰ চ'ৰাত ভিতৰুৱালসকলৰ আৰু বাহিৰ চ'ৰা বা বাহিৰৰ কামত বাজুৱাল সকলৰ প্ৰাধান্য ৰজিছিল। নকলেও চলে যে ভিতৰুৱালসকলে বাজুৱাল-সকলতকৈ উচ্চ শ্ৰেণীৰ বুলি গওপ মাৰিব পাৰিছিল।

**সামাজিক ব্যৱস্থা—**

আহোমসকলৰ ৰাজত্বত ধনী-গৰিব ডাঙৰ-সৰুৰ পাৰ্থক্য বাৰুকৈয়ে আছিল। শ্ৰেষ্ঠ বংশৰ সম্ভ্ৰান্ত লোকেহে জোতা পিন্ধিব পাৰিছিল। ছাতা বা জাপি লোৱাৰো সেই একে কথা। দোলাত উঠা সম্ভ্ৰান্ত লোকৰ কাম আৰু সন্মানৰ পৰিচায়ক আছিল। কিন্তু দোলাত উঠিবৰ জোখাৰে সন্মান পাবলৈ অৰ্থব্যয় কৰি নিৰ্দ্দিষ্ট উৎসৱ কিছুমান পাতিলেই চলিছিল। এনে উৎসৱত সাধাৰণতে প্ৰায় এহেজাৰ টকা খৰচ হৈছিল।

সাধাৰণ তৰপৰ মানুহে খনিয়া বা চাদৰ বাওঁ কান্ধতহে লব পাৰিছিল। উচ্চ শ্ৰেণীৰ আৰু সম্ভ্ৰান্ত পৰিয়ালৰ লোকসকলেহে সোঁ কান্ধত লব পাৰিছিল। সাধাৰণ লোকক পকীঘৰ বান্ধিবলৈ অনুমতি দিয়া নহৈছিল। চুলি ৰখা আৰু পাগুৰি মৰা মতা মানুহৰ কাৰণে পদ-মৰ্য্যদা আৰু বংশ গৌৰৱৰ পৰিচায়ক আছিল। কিছুমান নীচ জাতিৰ লোকক চুলি ৰাখিবলৈ কোনো কাৰণতে অনুমতি দিয়া নহৈছিল। অন্য কিছুমান তল শ্ৰেণীৰ নীচ জাতিৰ লোকে তেওঁলোকৰ কৰ্ম্মসূচক চিন কপালত আঁকি লব লাগিছিল। উচ্চ-পদস্থ বিষয়াক দেখি তেওঁৰ নিম্নপদস্থ বিষয়াসকলে বাটত হলেও আঠু লৈ অভিবাদন জনাব লাগিছিল। তাৰে হাত সাৰিবৰ কাৰণে আঁৰ কাপোৰৰ দৰে আঁৰণধৰাৰ প্ৰণালীও আছিল।

**উপাধি কিছুমানৰ অৰ্থ—**

সাধাৰণতে আহোম ৰজাসকলৰ নামবোৰ 'চু'ৰে আৰম্ভ

আৰু 'ফা'ৰে শেষ হৈছিল। 'চু' মানে, আহোম ভাষাত বাঘ ( যেনে উপাধিৰ সিংহ ); 'ফা' মানে স্বৰ্গ। সেই দেখি চুকাফা মানে স্বৰ্গৰ পৰা অহা বাঘ; ( 'কা' মানে অহা )। নেন = ধুনীয়া। গতিকে চুনেনফা = স্বৰ্গৰ ধুনীয়া বাঘ। পাত = জৰী। গতিকে চুপাতফা = জৰীৰ দৰে স্বৰ্গৰ বাঘ। খ্ৰুং = ভয়ঙ্কৰ। গতিকে চুখ্ৰুংফা = স্বৰ্গৰ ভয়ঙ্কৰ বাঘ।

গোহাঁই শব্দও প্ৰথমতে গোসাঁই আছিল। আহোমসকলে 'স'ক 'হ' উচ্চাৰণ কৰি গোহাঁই কৰিলে। স্থানীয় সম্ভ্ৰম-সূচক সম্প্ৰদায়ৰ সাঁচত এই উপাধিবোৰ গঢ়ি উলিওৱা হৈছিল। বৰগোহাঁই আহোম ভাষাত আছিল—চাওথালুং ( দেৱতা-প্ৰাচীন-বৃহৎ ); বুঢ়াগোহাঁই, চাওফ্ৰা মুং (দেৱতা-ব্যাপক-দেশ); বৰপাত্ৰগোহাঁই, চাও চেং লুং ( দেৱতা-পবিত্ৰ-বৃহৎ )। বৰবৰুৱাক বুলিছিল—ফুকেন লুং ( মতা-মহৎ-ডাঙৰ )। বৰফুকনক বুলিছিল—ফুকন লুং ( মতা-পূৰ্ব্বৰ-বৃহৎ )। এইদৰেই আহোমসকলে থলুৱা সাঁচত সকলোবোৰ গঢ়ি লবলৈ যত্ন কৰিছিল।

### অন্যান্য বিষয়—

আহোমসকলে পাটকাই পৰ্ব্বত পাৰহৈ অসমত প্ৰৱেশ কৰা সময়ত লগত তিৰোতা মানুহ অনা নাছিল। গতিকে মৰাণ, বৰাহী আদি থলুৱা লোকৰ তিৰোতা বিয়া কৰাইছিল আৰু সেয়ে তেওঁলোকক অসমৰ থলুৱা লোকৰ দৰে কৰি তুলিছিল। চুদাংফা বা বামুনীকোঁৱৰৰ (১৩৯৭—১৪০৭ খৃ) ৰ পৰাই আহোম

ৰজাসকলে হিন্দুধৰ্ম্মৰ প্ৰতি বিশেষ আসক্তি দেখুৱাইছিল যদিও আচলতে জয়ধ্বজ সিংহ ( ১৬৪৮—১৬৬৩ খৃ ) ৰজাইহে পোন প্ৰথমে বিধি অনুসাৰে হিন্দুধৰ্ম্ম গ্ৰহণ কৰে।* ১৬৪১ চনৰ পৰা ১৬৮১ চনলৈ যিসকল আহোম ৰজাই হিন্দুধৰ্ম্ম গ্ৰহণ কৰিছিল তেওঁলোকৰ সকলোবোৰ বৈষ্ণৱধৰ্ম্মী আছিল। তুংখুঙীয়া ফৈদৰ দিনৰ পৰাহে আহোম ৰজাসকল শাক্তধৰ্ম্মী হয়। গদাধৰ সিংহই তুংখুঙীয়া ফৈদৰ প্ৰথম ৰজা ( ১৬৮১ খৃঃ )।

হিন্দুধৰ্ম্ম গ্ৰহণ কৰিছিল যদিও আহোম ৰজাসকলে আহোম ৰীতি-নীতি আৰু আহোমৰ ধৰ্ম্ম সম্পূৰ্ণৰূপে পৰিহাৰ কৰা নাছিল। সিংহাসনত উঠাৰ পিছত আহোম আৰু হিন্দু ধৰ্ম্মমতে পৃথক পৃথক নাম প্ৰত্যেকে গ্ৰহণ কৰিছিল, যেনে চুতাম্লা, চুখ্ৰাংফা, চুহিতপাংফা আৰু চুদিংফাৰ হিন্দু নাম আছিল ক্ৰমে জয়ধ্বজ সিংহ, ৰুদ্ৰসিংহ, গোৰীনাথ সিংহ আৰু চক্ৰধ্বজ সিংহ। মুদ্ৰাবোৰতো আহোম আৰু অসমীয়া দুয়োপ্ৰকাৰ অক্ষৰতে কথাবোৰ লিখা হৈছিল। তামৰ ফলিবোৰতো সেই একে কথা আছিল। ৰাজেশ্বৰ সিংহৰ পিছৰ পৰা আহোম ৰজাসকলৰ

* Hindu influence first entered the Ahom Court during the reign of King Sudangpha Bamuni Kowanr who had been brought up in a Brahman family. The influence was more marked in the reign of King Pratap Singh who was personally grateful to Brahman priests for ridding him of a 'demon' which had possessed him during his princehood. "Anglo-Assamese Relations"—by Dr. S. K. Bhuyan.

অন্ত্যেষ্টিক্ৰিয়াও হিন্দু আৰু আহোম এই দুয়ো ধৰ্ম্মৰ ৰীতি মতে কৰা হয়।

১৭৭২ চনলৈকে গোহাঁই আৰু ফুকনৰ বিষয়-ববীয়াসকল আহোমৰ পৰাহে নিযুক্ত হৈছিল। হিন্দু বা মুছলমানৰ ভিতৰত শ্ৰেষ্ঠ পদবী আছিল 'বৰুৱা'। আহোম ৰাজচ'ৰাত 'পাৰ্চি পঢ়িয়া' বুলি এজন বিষয়া আছিল। তেওঁ ফাৰ্চী ভাষাৰ কাকতপত্ৰ পঢ়ি ব্যাখ্যা কৰিব লাগিছিল। মুছলমান ধৰ্ম্মৰ মুখ্য নেতা 'পীৰ'সকলক আহোম ৰজাই আদৰ-অভ্যৰ্থনা কৰি হিন্দুসকলক দিয়াৰ দৰে ভূমিদান দিছিল। এনে ভূমিক 'পীৰপাল' ভূমি বোলা হৈছিল। হাজো, ৰঙিয়া আদি ঠাইবোৰত আজিকোপতি পীৰপালৰ মাটি আছে। ই আহোমসকলৰ ধৰ্ম্মৰ ফালেদি উদাৰতাৰ পৰিচায়ক।

আহোমসকলে যে হিন্দুধৰ্ম্ম গ্ৰহণ কৰি নিজেহে হিন্দু হৈছিল এনে নহয়, থলুৱা হিন্দু আৰু অন্যান্য জনজাতীয় লোক-সকলৰো কিছুমানক তেওঁলোকে আহোমৰ শাৰীলৈ তুলি আহোম সাজাইছিল আৰু সেইদৰে আহোমৰ দায়িত্বশীল ৰাজকৰ্ম্মত অধিষ্ঠিত কৰিছিল। *

পোনতে আহোমসকলৰ সাতোটা মাত্ৰ বিখ্যাত পৰিয়াল

* ...... Some leading families appear to have been founded by patriarchs belonging to the following non-Ahom races tribes and communities namely Borahi, Chutia, Garo, Koch; Kachari, Moran, Hindu Kalita, Hindu Dhoba, Miri, Mogul and Muslim.—Ibid.

আছিল। তেওঁলোকৰ প্ৰত্যেক পৰিয়ালে একো একোটা ফৈদৰ সৃষ্টি কৰে। তেওঁলোকক সাতঘৰীয়া আহোম বোলা হৈছিল। প্ৰথম তিনিঘৰ ৰজাঘৰীয়া লোক আছিল। তেওঁলোক আছিল বুঢ়াগোহাঁই আৰু বৰগোহাঁই গোষ্ঠিৰ লোক। বাকীকেইঘৰ সম্বন্ধে মতভেদ আছে। কাৰো কাৰো মতে দেওধাই, মোহন, বাইলুং আৰু চিৰিং—এই চাৰি পৰিয়াল; অন্য কাৰো মতে আকৌ লাহন, সন্দিকৈ, ডিহিঙ্গীয়া আৰু ফুৰবা—এই চাৰি ঘৰ। সি যিয়ে নহওক উচ্চ বিষয়-বাসনাবোৰ এনে ধৰণৰ উচ্চ বংশজ লোকৰ মাজত আবদ্ধ আছিল। আহোম ৰজাই কামৰূপীয়া প্ৰজাক বিশ্বাস নকৰিছিল, কিন্তু বছা-বছা লোক কিছুমানক বিশ্বাস নকৰাই নাছিল, যেনে বুজ্ৰৰ বৰুৱা পৰিয়াল, চান্দকুছীয়া আৰু বৰনগৰীয়া বৰুৱাৰ পৰিয়ালবোৰ ইত্যাদি।

এইদৰে হাতীৰে হাতী ধৰাৰ আৰ্হিত আহোমসকলে থলুৱা লোকৰ সহায়ত থলুৱা লোকক শাসন কৰিছিল, ৰজাকে ভিতৰ কৰি কাৰো হাতত যাতে সৰ্ব্বময় কৰ্ত্তাৰ কৰ্ত্তৃত্ব নাথাকে তাৰ বাবে যত্ন লৈছিল আৰু দয়া, দাক্ষিণ্য, উদাৰতা, কঠোৰতা আদিৰ উচিত ব্যৱহাৰৰ দ্বাৰা ৰাজ্যৰ সুশাসনৰ ব্যৱস্থা কৰিছিল।

# আহোম আৰু আদি-বৃটিছ যুগৰ ভূমিনীতি আৰু খাজানা

আহোম যুগত ৰজাই আছিল সৰ্ব্বেসৰ্ব্বা। কিংবদন্তিমতে আহোমৰ আদি ৰজা খুনলুং (অৰ্থ, ডাঙৰ কোঁৱৰ) স্বৰ্গৰপৰা সোণৰ জখলাৰে নামি আহি পোনতে মুংৰিমুংৰাম (অৰ্থ, জনমানৱৰ আবাস বিহীন পৰিত্যক্ত) ৰাজ্যত ৰজা হৈছিল। ৰজাক সেই বাবেই স্বৰ্গৰ দেৱাত্মা বুলি ভাবি প্ৰজা সকলে স্বৰ্গদেৱ বা স্বৰ্গদেউ বুলিছিল। গতিকে ৰজা ৰাজ্যৰ ভূসম্পত্তিৰ সৰ্ব্বে সৰ্ব্বা হোৱা একো আচৰিত কথা নহয়।

আহোম যুগত আজিৰ দৰে ব্যক্তি-স্বাধীনতা, অন্ততঃ ভূসম্পত্তি সম্পৰ্কীয় ব্যক্তি স্বাধীনতা, কোনো প্ৰজাৰ নাছিল। সমগ্ৰ দেশৰ-ভূসম্পত্তি আছিল সৰ্ব্বতোপ্ৰকাৰে ৰজাৰ অধীনত। আগতে কৈ অহা হৈছে যে মোমাই তামুলীবৰুৱাই সপ্তদশ শতিকাৰ আদি ভাগতে দেশৰ মানুহবোৰক বৃত্তি, ব্যৱসায় আৰু বাসস্থানৰ সুবিধা অনুসৰি পৃথক পৃথক খেলত বিভক্ত কৰিছিল আৰু তেনেকৈ থাকিবলৈ দিছিল। এই খেল পাতি থকা প্ৰণালীয়ে সেই যুগৰ শাসনত বহুত প্ৰকাৰে সহায় কৰিছিল। তেতিয়া টকা-পইচাৰ বিশেষ প্ৰচলন নাছিল। প্ৰজাসকলে

ৰজা-ঘৰত আৰু ৰজাৰ প্ৰধান প্ৰধান কৰ্ম্মচাৰী সকলৰ ঘৰত খাটি দিছিল। আলি বন্ধা, পুখুৰী খন্দা, গড় মৰা আদি উমৈহতীয়া কামবোৰ এনেকৈয়ে হৈছিল।

আগতে কৈ অহা হৈছে যে দেশৰ সাধাৰণ শ্ৰেণীৰ মানুহক পাইক আৰু সম্ভ্ৰান্ত শ্ৰেণীক চমুৱা নামে জনা গৈছিল। পোন্ধৰ বছৰ বয়সৰ পৰা পঞ্চাশ বছৰ বয়সৰ ভিতৰত সাধাৰণ শ্ৰেণীৰ সকলো মতা মানুহে পাইকানী খাটিব লাগিছিল। তাৰ পৰিবৰ্ত্তে প্ৰত্যেক পাইকে দুপূৰাকৈ খেতিৰ মাটি বা গুৰামাটি খাবলৈ পাইছিল। এই মাটিৰ কাৰণে তেওঁলোকে আৰু বেলেগে খাজানা দিব নালাগিছিল; খাটি দিয়াই হৈছিল। ৩।৪ জন লোকৰ একোটা গোট আছিল আৰু গোটৰ পাইকবিলাকে পাল পাতি পাতি ৰজা ঘৰত কাম কৰিছিল। যি সকলে কিবা বিশেষ কাৰণত কামৰ পৰা ৰেহাই পাইছিল তেওঁলোকে প্ৰত্যেকে দুটকাকৈ খাজনা দিব লাগিছিল। প্ৰত্যেক পাইকক খেতিৰ মাটিৰ উপৰিও শাক-পাচলি আৰু বস্তিৰ কাৰণে একো টুকুৰা মাটি দিয়া হৈছিল। তাৰ বাবে তেওঁ বছৰি এটকাকৈ খাজনা দিব লাগিছিল। ইয়াকে ঠাই বিশেষে জন কৰ আৰু ঠাই বিশেষে জুহাল-কৰ বা জুই শালৰ খাজানা (Poll or Hearth Tax) বোলা হৈছিল। যদি দুপূৰাৰ বেছি কোনো পাইকে দখল কৰিছিল তেন্তে তেওঁ পূৰাত এটকাকৈ ওপৰঞ্চি দখলী জমিৰ কাৰণে খাজানা দিব লাগিছিল। এই বোৰেই আছিল ৰূপ-খাজানাৰ একমাত্ৰ স্থল। সোণ আৰু ৰূপৰ মোহৰত বাহিৰেও

কড়িৰ ব্যৱহাৰ আছিল; তামৰ মুদ্ৰাৰ ব্যৱহাৰ অসমত নাছিল। *

অখেতিয়ক সকলে বেছি নিৰিখে পলটেক্স দিব লাগিছিল। খেতি নকৰাৰ কাৰণে বা অলসতাৰ বাবে এই বেছি খাজানাক একপ্ৰকাৰ জৰিমনা বুলিও ধৰিব পৰা গৈছিল। দ মাটিত আজি-কালিৰ দৰে পাম খেতি চলিছিল। তাত হাল-কৰ (Plough Tax) মাত্ৰ আছিল। পাহাৰী লোকে অন্য খাজানাৰ পৰিবৰ্ত্তে কোৰ-কৰ (Hoe Tax) দিব লাগিছিল। মন কৰিবলগীয়া কথা এই যে ধান খেতিৰ মাটি মাজে মাজে পুনৰ বিতৰণ হৈছিল। বস্তি মাটি সদায় বাপেকৰ ঠাইত পুতেকেই পাইছিল। মন্দিৰ পৰিচালনাৰ কাৰণে আৰু সম্ভ্ৰান্ত পৰিয়াল কিছুমানক দান হিচাপে কিছু কিছু মাটি দিয়া হৈছিল। সেইবোৰ সেই অনুষ্ঠান বা পৰিয়ালৰ নিজৰ সম্পত্তিৰূপে পৰিগণিত হৈছিল।

মুঠ কথা ৰজাৰ খাজানা আৰু কৰ্ম্মচাৰীৰ দৰমহাৰ মূল বস্তু আছিল পাইকৰ খাটনি। টকা পইচাৰ প্ৰচলন খুব কম আছিল।

---

* The main sources of revenue were the commutation money realised from men who were exempted from personal service, rent paid by Paiks when they cultivated lands in excess of those alloted to them free of charge, house tax for houses and gardens, hearth tax, royalties on elephants and timbers and rent paid by farmers of mines and frontier traders— Dr. S. K. Bhuyen

(Introduction : Anglo-Assamese Relations

খাটনিয়াৰ পাইকবোৰক সাধাৰণতে কাঁড়ী পাইক বুলি জনা গৈছিল ; কাৰণ যুদ্ধৰ কাৰণে কাঁড় সজাই সিহঁতৰ সাধাৰণ কাম আছিল। কমাৰ, কুমাৰ, তাঁতী, কহাৰ, তেলী, সোণোৱাল, সোণাৰী, কাৰিকৰ আদি ব্যৱসায়ৰ লোক সকলেও ৰজাৰ ঘৰত খটাৰ সলনি তেওঁলোকৰ তৈয়াৰী বস্তুৰ একোটা নিৰ্দ্দিষ্ট অংশ ৰাজভৰাঁলত বা ৰাজহুৱা অনুষ্ঠানত বিনামূল্যে নিয়মীয়াভাৱে যোগান ধৰিব লাগিছিল। পদোন্নতি লাভ কৰি কাঁড়ী পাইকৰ পৰা মানুহ চমুৱা হৈছিল আৰু চমুৱা হলে খাটনিৰ পৰা ৰেহাই পাইছিল। উচ্চ জাতিৰ সম্ভ্ৰান্ত লোক আৰু চমুৱা শ্ৰেণীয়ে এইদৰে খাটনিৰ সলনি নিৰ্দ্দিষ্ট কৰ শোধাইছিল। আগতে কোৱা হৈছে যে ৰজা দিনীয়া বিৰাট আলি-গড়-দৌল পুখুৰীবোৰ এনেকৈয়ে নিৰ্ম্মান হৈছিল। ৰাজকৰ্ম্মচাৰীয়ে দৰমহাৰ পৰিবৰ্ত্তে ঘৰত খটাবলৈ পোৱা পাইকক লিকচৌ বোলা হৈছিল। আহোম যুগৰ লগুৱা লিকচৌৰ কথা আজিও অসমীয়া মানুহৰ মুখে-মুখে।

কামৰূপ জিলাত চন্দ্ৰকান্ত সিংহ ( ১৮১০—১৮১৮ চন ) ৰজাৰ দিনৰ পৰা এটা ঘৰমূৰি কৰ লগোৱা হৈছিল। ইয়াৰ নাম আছিল 'খৰিকাটনা'। এই কৰ মানসকলেও তুলিছিল আৰু খৰিকা একোছা সদৰত জমা দি সিমান টকা উঠিব লাগে বুলি কৰ্ম্মচাৰীক নিৰ্দ্দেশ দিয়াৰ কথা জেন্‌কিন্স চাহেবেও ১৮৪৯—৫০ চনত অসমত ৰাজহ সম্বন্ধে লিখা তেওঁৰ বিবৰণীত উল্লেখ কৰিছে।

ঠিক তেনে ধৰণৰ অন্য এটা কৰ সমসাময়িকভাৱে নগাও জিলাত আৰু উজনি অঞ্চলত লগোৱা হৈছিল—নাম 'গাওধন' বা 'গা-কৰ' ( body tax )। এই কৰৰ হাৰ আছিল পাইকৰ জনমূৰি এটকা।

দৰং ( আজিকালিৰ মঙ্গলদৈ ) অঞ্চলত তেনে ধৰণৰ অন্য এটা কৰ লগোৱা হৈছিল—নাম 'জুইশাল কৰ' ( hearth tax ) পৃথগন্ন বা বেলেগীয়া প্ৰতিঘৰ গিৰীৰ ওপৰত এই কৰ লগোৱা হৈছিল।

ওপৰত উল্লেখ কৰা এই আটাইবোৰ কৰ মূল খাজানাৰ ওপৰঞ্চি হিচাপে ধৰা হৈছিল আৰু উনবিংশ শতিকাৰ আৰম্ভণিতে এইবোৰৰ প্ৰকোপ বৰকৈ চৰিছিল।

পুৰণি কাকত পত্ৰৰ পৰা জনা যায় যে আহোম ৰজাসকলৰ ভিতৰত পোনতে শিৱসিংহ ৰজাই ১৭৪২-৪৩ চনত ৰীতিমতে অসম দেশৰ মাটিৰ পিয়ল বা জ'ৰীপ কৰায় সেই কাম তেওঁৰ উত্তৰাধিকাৰী প্ৰমত্তসিংহই ১৭৪৬ চনত শেষ কৰে। এই জ'ৰীপৰ সবিশেষ কাকত-পত্ৰ পোৱা নাযায়।

ইয়াতে উল্লেখ কৰা উচিত যে উজনি অঞ্চল আৰু কামৰূপৰ খাজানা-পাতিৰ ব্যৱস্থা বহু পৰিমাণে পৃথক ধৰণৰ আছিল। কামৰূপ আহোম ৰাজত্বৰ সময়ত হৈ পৰিছিল আহোম আৰু মোগলৰ দন্দৰ কঠীয়া-তলী। সেই বাবে কামৰূপত আহোমৰ আৰু মোগলৰ ৰাজহ-নীতিৰ সংমিশ্ৰণ ঘটিছিল। আহোমৰ খেল আৰু মোগলৰ পৰগনা—দুয়ো প্ৰকাৰ বিভাগ কামৰূপত

আছিল। ৰাজহ আদায় কৰাৰ সুবিধাৰ্থে কামৰূপক ২৬টা পৰগনাত বিভক্ত কৰি একোজন চৌধাৰীৰ তলত ৰখা হৈছিল। অৰ্থাৎ কোনো সীমাবদ্ধ স্থানৰ চতুৰ্দ্দিশৰ অধিকাৰী। সেই বাবেই বৃটিছ যুগৰো আদি ভাগত কামৰূপৰ মৌজাদাৰক চৌধাৰী বোলা হৈছিল। চৌধাৰীসকলে ৰায়তৰ পৰা তোলা খাজানাৰ একোটা নিৰ্দ্দিষ্ট অংশ পাইছিল। ৰজাঘৰত কাম কৰিবলগীয়া কামৰূপীয়া পাইকবোৰে খাটনিৰ সলনি প্ৰায়ে টকা দিছিল। বৃটিছৰ যুগত স্কট চাহেবে চন্দ্ৰকান্ত সিংহই লগোৱা কামৰূপৰ ঘৰমূৰি কৰ আৰু পাইকৰ কৰ উঠাই দিয়ে। বঙ্গদেশত চৌধাৰীৰ কাম কৰা সেই একে বিষয়াকে চৌধুৰী নামে জনা গৈছিল। পিছত অসমতো চৌধুৰী শব্দ চৌধাৰীৰ পৰিবৰ্ত্তে ব্যৱহাৰ হয়।

দৰঙৰ (মঙ্গলদৈৰ) কৰ-কাটলৰ নীতি কিছু সৰল ধৰণৰ আছিল। অনেক বিষয়ত দৰঙী ৰজা সম্পূৰ্ণৰূপে স্বাধীন আছিল। সেইবাবেই আহোম আৰু মোগলৰ যুদ্ধৰ খলকনিয়ে নোপোৱা দৰং অঞ্চলত সেই সময়ত একপ্ৰকাৰ স্বকীয়া সূক্ষ্মকলা গঢ়ি উঠিছিল। ওজাপালি, দেওধনী আদি তাৰেই চিন স্বৰূপ।

দৰঙৰ মুঠ পাইক আছিল ২১,৫০০ জন। তাৰে এক চতুৰ্থাংশ মাত্ৰ বৰফুকনৰ ওচৰলৈ ৰাজহুৱা কামত খটাবলৈ পঠোৱা হৈছিল। বাকীবোৰে দৰঙী ৰজাঘৰত বা ৰাজকৰ্ম্মচাৰীৰ ঘৰত দৰঙতে খাটিছিল। ৰাণী, বেলতলা, ডিমৰুৱা আদি ৰাজ্যৰ ৰজাই স্বেচ্ছাৰে কিছু সংখ্যক পাইক আহোম ৰজালৈ পঠাইছিল।

আহোম ৰাজত্বত দোষীৰ দণ্ড বৰ উগ্ৰ ধৰণৰ আছিল। হাত-ভৰি কটা, আঠুৰ ঘিলা কঢ়া, চকু কণা কৰা, তপত লোহাৰ চেন দিয়া আদি শাস্তিৰ দ্বাৰা দেশৰ চোৰ-ডকাইত-বিদ্ৰোহ-অশান্তি আদি দমাই ৰখা হৈছিল। ইয়াৰ দ্বাৰা কিন্তু ইয়াকে বুজিব নালাগে যে প্ৰজাৰ ওপৰত বিনা কাৰণতে অত্যাচাৰ চলিছিল। দুষ্টক দমন, শান্তক পালন এয়ে আছিল আহোম ৰজাসকলৰ শাসন-নীতি। ৰাজ-বিদ্ৰোহ একো প্ৰকাৰে সহ্য কৰা নহৈছিল।

ইংৰাজসকলে পিছত নিজৰ শাসনৰ অধীনলৈ দেশখন নিছিল যদিও ভালেমান দিনলৈ তাৰ শাসন-পদ্ধতিত হাত দিয়া নাছিল। কেৱল বছৰত প্ৰত্যেক ৰায়ত বা পাইকে পাল পাতি ৩।৪ মাহ ৰজা ঘৰত খাটি দিব লগীয়া হোৱাৰ ঠাইত ইংৰাজৰ আমোলত তেওঁলোকে বছৰি জনমূৰি তিনি টকাকৈ কৰ দিব লগীয়া হৈছিল। খেলৰ বৰা, শইকীয়া, হাজৰিকা আদি বিষয়াসকলৰ জৰীয়তে এনেবোৰ খাজানা তোলা টান হব বুলি অনুমান কৰি মৌজা আৰু মহলৰ সৃষ্টি কৰা হৈছিল। প্ৰত্যেক মৌজাত বা মহলত সুবিধা অনুসৰি পাতি দিয়া মৌজাদাৰ, চৌধাৰী, বিষয়া, কাগ্‌তি বা পাটগিৰিয়ে খাজনা তুলিছিল। এই জনমূৰি টেক্সেই শীঘ্ৰে মাটিৰ খাজানাৰ ঠাই দখল কৰিলে। ক্ৰমে ক্ৰমে মাটিৰ জোখ প্ৰবৰ্ত্তন হ'ল। এই জোখ বা জ'ৰীপ কৰিবৰ কাৰণে পোনতে কেপ্টেইন মেথি ( Mathie ), কেপ্টেইন ৰাথাৰফৰ্ড (Rutherford ) আৰু বগল চাহেবক ( Bogle )

কলেক্টৰ পাতি ক্রমে দৰং, নগাও আৰু কামৰূপত নিযুক্ত কৰা হৈছিল। তেওঁলোকৰ জ'ৰীপতে মাটি প্রথমে বস্তি ( homestead ), ৰূপিত ( agricultural ) আৰু ফৰিঙতি ( high land ) এই তিনি শ্রেণীত বিভক্ত হৈছিল। আজিও কামৰূপৰ মানুহে বগল চাহেবৰ জ'ৰীপক বগুলা চাহেবৰ জ'ৰীপ বুলি কথাই কথাই উল্লেখ কৰে। মুঠতে ইংৰাজ শাসনত পাইকৰ খাটনি উঠি গৈ বাৰীমাটি, খেতিৰ মাটি আৰু শাক-পাচলিৰ বাগিচা আদি সকলোৰে কাৰণে প্রত্যেক মানুহে তিন টকাকৈ খাজানা দিবলগীয়া হৈছিল।

মহল বা মৌজাত দেশখন ভাগ কৰাৰ লগে লগে খাজানা বছৰেকীয়া নিৰিখত ধাৰ্য্য কৰা হয়। এই নিৰিখ আৰু বন্দবস্তমতে মৌজাদাৰ আৰু চৌধাৰীসকলে ১৮৩২ চনৰ পৰা ১৮৫৩ চনলৈ খাজানা তুলিছিল। ১৮৫৪ চনত আকৌ বস্তি, ৰূপিত, ফৰিঙ্গতি শ্রেণীৰ প্রবর্ত্তন হোৱাৰ লগে লগে খাজানাৰ নিৰিখ লৰে। বেলেগ জিলাত বেলেগ নিৰিখ ধাৰ্য্য হয়। কামৰূপতে আটাইতকৈ উচ্চ নিৰিখ হয়। তেতিয়া কামৰূপত ৰূপিত মাটিৰ বিঘাত ছ-অনা আৰু অন্যান্য শ্রেণীৰ মাটিৰ চাৰি অনা আছিল। ১৮৭০ চনলৈ এই নিৰিখ চলিছিল। ১৮৭০ চনত ব্রহ্মপুত্র উপত্যকাৰ পাঁচখন জিলাত তলত লিখা নিৰিখত খাজানা ধৰা হয় :—

বস্তি বিঘাত—১৲
ৰূপিত ” —৷৵৹
ফৰিঙ্গতি ” —৷৹

এই বছৰতেই মাটিৰ জোখ-মাখত সহায় কৰিবলৈ মণ্ডলৰ সৃষ্টি কৰা হয়। মৌজাদাৰক মাটি পট্টনৰো ক্ষমতা দিয়া হ'ল। এই সময়তে মৌজাদাৰী তাৰ আৰু মাটিৰ মৌজাদাৰী জোখ ওলায়। মৌজাবোৰক দুশৰ অধিক গিৰীৰ অনেক গাঁৱত বিভক্ত কৰা হয়। প্ৰত্যেক গাঁৱৰ খাজানা সংগ্ৰহ, মাটিৰ পট্টন আদিৰ কামত মৌজাদাৰক সহায় কৰিবলৈ একোজন মণ্ডল পাতি দিয়া হৈছিল। মণ্ডল আৰু মৌজাদাৰে মাটি জুখি এটা বহীত তাৰ মাপ আনিব লাগিছিল। এই বহীকে চিঠা বোলা হৈছিল। চিঠাৰ পৰাই খতিয়ান আৰু জমাবন্দী তৈয়াৰ কৰি ৰায়তৰ মাটি আৰু খাজানা নিৰ্ণয় কৰা নিয়ম আছিল। এই চিঠা-জমাবন্দী আজিকোপতি চলি আছে। নিয়মীয়া পট্টন (Regular settlement) আৰু দৰিয়াবাদী পট্টন (supple-mentary settlement) এই সময়ৰ পৰাই ওলায়। প্ৰত্যেক বছৰৰ ১লা জুনতেই মৌজাদাৰে জোখমাখৰ কাগজ দাখিল দি আগষ্টৰ শেষত চৰকাৰৰ পৰা যি সিদ্ধান্ত পাইছিল—সেয়ে আছিল নিয়মীয়া পট্টন আৰু চেপ্তেম্বৰৰ পৰা পুনৰ জ'ৰীপ কৰি আবাদী মাটিবোৰৰ হিচাপ ১৫ জানুৱাৰীত দাখিল দি যি পট্টনৰ ব্যৱস্থা কৰা হৈছিল সেয়ে আছিল দৰিয়াবাদী পট্টন। এই দুয়োবিধি পট্টনৰ মুঠ খাজানাই মৌজাদাৰৰ মুঠ সাধনি আছিল। তেতিয়াৰ মৌজাদাৰৰ অৱস্থাটো বৰ আমোদজনক আছিল। তেওঁ আছিল চৰকাৰৰ ঘৰৰ ঠিকাদাৰ: খাজানা সাধি দি 'কমিচন' খোৱা ঠিকাদাৰ।

ইফালে তেওঁৰ হাততেই আছিল মাটিৰ জোখমাখৰ সমস্ত চাবি-কাঠী !

ৰায়তক স্থায়ী মহলত অৰ্থাৎ য'ত মানুহ সহজে উঠি যোৱাৰ সম্ভাৱনা নাই তেনে ঠাইত এক বছৰৰ পৰা দহ বছৰলৈ খুচিমতে পট্টন লবলৈ দিয়া হৈছিল। একাধিক বছৰৰ পট্টনৰ জমি হস্তান্তৰ হব পাৰিছিল ; বছৰেকীয়া পট্টনৰবোৰ নোৱাৰিছিল। হস্তান্তৰ সদায় ডেপুটী কমিচনাৰৰ অফিচত ৰেজিষ্টাৰ কৰিব লাগিছিল। তিনি মাহৰ আগজাননী দি পট্টাদাৰে পট্টা ইস্তফা দিব পাৰিছিল। মাটিৰ ম্যাদি পট্টাৰ ব্যৱস্থা তেতিয়াও হোৱা নাছিল। কিন্তু দহ বছৰ পৰ্য্যন্ত একাধিক বছৰৰ পট্টনক স্থায়ী পট্টন বোলা হৈছিল। স্থায়ী পট্টনৰ জমি হস্তান্তৰ হব পৰা স্বত্বই ৰাইজক জমিৰ ওপৰত মালিকৰ স্বত্ব দান কৰিলে। ইয়াতেই জমিৰ ওপৰত পট্টাদাৰৰ স্বত্ব ওপজাৰ সূত্ৰপাত হয় ; ইয়াৰ আগতে জমি আছিল ৰাজহুৱা বা ৰজাঘৰীয়া সম্পত্তি।

উপৰোক্ত ব্যৱস্থা ১৮৭০ চনৰ পৰা ১৮৮৩ পৰ্য্যন্ত চলিছিল। ১৮৮৩ চনৰ ১লা এপ্ৰিলৰ পৰাই ১৮৯৩ চনলৈ পোন প্ৰথমে দহচনীয়া পট্টাৰ আবিৰ্ভাৱ হয়। ৰায়তৰ দখলৰ জমি স্পষ্টকৈ জানিবৰ কাৰণে আৰু চোৱাং খেতিবোৰ ধৰিবৰ কাৰণে ১৮৮২ চনত কেডেষ্ট্ৰেল জ'ৰীপ বিজ্ঞান সম্মত প্ৰণালীত আৰম্ভ কৰা হয়। ন বছৰ এই কাম চলোৱাৰ পিছত যেতিয়া দেখা গল যে কাম এক দশাংশও হোৱা নাই, ইফালে খৰছ বাৰ লাখ টকাৰো ওপৰ হ'লেই তেতিয়া কেডেষ্ট্ৰেল জ'ৰীপ প্লে'ন টেবুলৰ সহায়ত

কৰিবলৈ স্থিৰ হ'ল। মণ্ডলক জ'ৰীপ ভালকৈ শিকাই ছবডিপুটীৰ তলত কাম কৰিবলৈ দিয়া হ'ল। ছবডিপুটীৰো সৃষ্টি হয় ১৮৯৩ চনত। মণ্ডল, ছবডিপুটী আদিৰ জ'ৰীপ চলাবৰ কাৰণে আৰু মাটি সম্পৰ্কীয় অন্যান্য সমস্যাৰ বিষয়ে ভাবিবৰ কাৰণে সেই বছৰতে সমস্ত প্ৰদেশত এজন ডিৰেক্টৰ অব লেণ্ড ৰেকৰ্ডচ নিযুক্ত কৰা হয়। ১৯০২ চনত দহ চনীয়া পট্টাৰ অৱসান ঘটাত কি ধৰণৰ পট্টা কাৰ্য্যকৰী হব তাকে লৈ কিছুদিন ওপৰ মহলত লিখালিখি, তৰ্কবিতৰ্ক বাক-বিতণ্ডা আদি চলিছিল। ফলত ফুলাৰ (পিছত চাৰ বেমফিল্ড ফুলাৰ) চাহেবে আৰম্ভ কৰি দিয়া, মাটিৰ অৱস্থা অনুযায়ী কৰা বিভাগ (soil unit system) বোৰ ধৰি লোৱা হয়। সেই মতে অকল কামৰূপ জিলাতে মাটীৰ ৪৮টা শ্ৰেণী ওলায়। এইদৰে ১৯০৬ চনৰ পৰা কুৰিচনা পট্টা আৰু তাৰ পিছত ত্ৰিশ চনা পট্টাৰ চলন্তি হয়। পৰিবৰ্ত্তনৰ মাজেদি এই নিয়ম এতিয়ালৈ চলি আছে।

---

# অসমৰ বিভিন্ন ধৰণৰ জমিৰ চমু ইতিবৃত্ত

অসমত লাখেৰাজ, নিস্পিখেৰাজ, ফি চিম্পোল গ্রেণ্ট, খেৰাজ একচনা, খেৰাজ ম্যাদি, বিশেষ ম্যাদি আদি নানা ধৰণৰ জমি পোৱা যায়। এইবোৰৰ প্রত্যেকৰে স্বকীয়া স্বকীয়া ইতিবৃত্ত আছে। তাৰে গোটাচেৰেক ইয়াত আলচ কৰা হব।

পোনতে লাখেৰাজৰ কথাই কোৱা ভাল। কিয়নো লাখেৰাজ ভূমিক ভূমিৰ ৰজা বুলি কোৱা হয়। ই নিষ্কৰ আৰু অকল নিষ্কৰেই নহয় নিলামত যোৱাৰ পিছতো পূৰ্ব্বৰ লাখেৰাজদাৰে লগাই থোৱা লেঠাও গাপাতি লোৱা বিধৰ সম্পত্তি। অন্য সম্পত্তি বা জমি মালিকৰ দেনাৰ বাবে নিলামত গলে নিলামদাৰ তাৰ ওপৰত উঠি-ৰজা বহি-ৰজা হৈ পৰে। সেই জমি বা বস্তু অন্য কৰবাত বন্ধক থাকিলেও বা দানত গৈ থাকিলেও সেইবোৰ দান-বন্ধকি আদিৰ পূৰ্ব্ব-লেঠাই নিলামদাৰক নাপায়হি। কিন্তু লাখেৰাজ ভূমি নিলামত ডাকি নিব লাগিলে—সেইবোৰ লেঠাই এৰি নিদিয়ে আগৰ লাখেৰাজদাৰক পোৱাৰদৰে নিলামদাৰৰ ডিঙি পায়গৈ। এনেবোৰ কাৰণতে লাখেৰাজক ভূমিৰ ৰজা বুলি মনা হয়।

"কণা হওক, কুঁজা হওক, ভূঞাৰ পোৱালি ;

ফটা হওক, চিটা হওক, পাতৰ টঙালি।"—অসমীয়া মানুহে আজিলৈ সামাজিক সকলো কামতে এই নীতি মানি আহিছে।

মানীৰ মান মাজনিশাও নেহেৰায় বুলি অসমীয়া লোকে সদায় কৈ আহিছে। সেই বাবেই যিকোনো বস্তুকেই বাতি দিবলৈ হলে—সমাজত সদায় মানীলোক কেইজনৰ আগতহে আগে নি আগভাগটো দাঙি ধৰা হয়। সেই নীতিকে মানি জমিৰ ৰজা লাখেৰাজৰ কথা পোনতে উল্লেখ কৰা সমীচীন হব।

খেৰাজ বা খেৰাজী শব্দই আৰবীত খাজানা বুজায়। লা মানে নাই; গতিকে লা—খেৰাজ মানে খাজানা নোহোৱা। লাখেৰাজ মাটিৰ সেই গতিকে প্ৰথম অৰ্থ খাজানা নলগোৱা মাটি বা নিষ্কৰ ভূমি। এনেকুৱা নিষ্কৰ ভূমি আহোম ৰজাসকলৰ দিনত অনেক আছিল। কাৰণ বিখ্যাত দেৱ-মন্দিৰ, বিশিষ্ট ব্ৰাহ্মণ, বিদ্বান ব্যক্তি আদিক আহোম ৰজাসকলে ষৰকৈ মানিছিল আৰু এই সকলৰ ভৰণ-পোষণৰ অৰ্থে নিষ্কৰকৈ ভূমিদান দিছিল। সেই ভূমিকে চলাই-মেলি তাৰ উৎপন্নেৰে সেই সেই অনুষ্ঠানবোৰ আৰু ব্যক্তি সকল বৰ্ত্তি আছিল। এই ভূমিবোৰ নানা শ্ৰেণীত বিভক্ত আছিল যেনে দেৱোত্তৰ ব্ৰহ্মোত্তৰ, ধৰ্ম্মোত্তৰ, ভোগধনী, পাইকান ইত্যাদি। যাৰ অৰ্থে দান কৰা হৈছিল—তদনুযায়ী নামকৰণ হৈছিল।

উপৰোক্ত নিষ্কৰ জমিশ্ৰেণীক বুজাবৰ কাৰণে 'লাখেৰাজ' শব্দটো পোনতে কোনে কেতিয়া ব্যৱহাৰ কৰিছিল তাক সঠিককৈ কোৱা নাযায়। খুব সম্ভৱ ইংৰাজসকল অহাৰ কিছুকাল পূৰ্ব্বে মুছলমান আক্ৰমনকাৰীসকলৰ লগত হোৱা সঘন সংঘৰ্ষৰ ফলত এই শব্দ বৈ যায় আৰু তাকেই ব্যৱহাৰত

সুচল পাই ইংৰাজ শাসনকৰ্ত্তাসকলে আৰু স্থানীয় লোকে ব্যৱহাৰ কৰে। কোনো অনুষ্ঠানৰ নামৰ সম্পত্তি নহলে লাখেৰাজদাৰসকলে পুত্ৰপৌত্ৰাদিক্ৰমে ইয়াক নিষ্কৰভাৱে ভোগদখল কৰি থাকিব পাৰে।

## নিষ্পিখেৰাজ

অসম দেশ যেতিয়া বৃটিছৰ অধীনলৈ গ'ল তেতিয়া ইংৰাজ শাসনকৰ্ত্তাসকলে প্ৰচাৰ কৰি দিলে যে তেওঁলোকৰ ৰাজত্বত কোনেও—অনুষ্ঠানেই হওক বা ব্যক্তিয়েই হওক—কোনেও পুৰাণ কিবা স্বত্বৰ ওপৰত নিৰ্ভৰ কৰি নিষ্কৰ বা লাখেৰাজ মাটি খাব নোৱাৰিব। অৰ্থাৎ সকলো মাটিৰ ওপৰত যেনে বিবেচিত হয় সেইভাৱে কৰ লগাবলৈ শাসক ইংৰাজসকলৰ সম্পূৰ্ণ স্বত্ব থাকিব। অসমৰ প্ৰথম কমিচনাৰ মিষ্টাৰ স্কট চাহেবেই এই অনুজ্ঞা প্ৰচাৰ কৰি দিছিল। কাৰণ, তেওঁ অনুসন্ধান কৰি জানিব পাৰিছিল যে ৰজাই নিষ্কৰ ভূমিৰ ওপৰতো মানৰ আক্ৰমনৰ দৰে আপদ-বিপদৰ সময়ত কেতিয়াবা কেতিয়াবা খাজানা লগাইছিল। মানৰ দিনত আহোম ৰজাসকলেই লাখেৰাজ মাটিৰ পৰা পুৰাত পাঁচ অনাকৈ খাজানা তুলিছিল। এই যুক্তিকে দেখুৱাই কোৱা হ'ল যে খাজানা লগোৱা-নলগোৱাটো ৰজা বা শাসনকৰ্ত্তাৰ ইচ্ছাৰ কথা; প্ৰজা বা অনুষ্ঠানৰ দাবী হব নোৱাৰে। মিষ্টাৰ স্কটে সেই নীতিকে লৈ লাখেৰাজ মাটিবোৰৰ ওপৰতো পূৰাত পাঁচ অনা নিৰিখে

খাজনা লগালে। অকল সেয়ে নহয়, এই খাজানা কিছুদিনৰ পিছতেই বঢ়াই পূৰাত ঠাই বিশেষে সাত অনা আৰু ঠাই বিশেষে আঠ অনা কৰিলে। পাঁচ অনাৰ ওপৰত বঢ়োৱা এই দুই বা তিনি অনা বৰ্দ্ধিত খাজানাৰ নাম দিয়া হৈছিল 'পুলিচ বৰঙ্গনি' অৰ্থাৎ মানৰ উপদ্ৰৱৰ পৰা প্ৰজাক শান্তিত ৰাখিবৰ কাৰণে পুলিচ ৰাখিবলৈ প্ৰজাৰ ই আছিল এটা বৰঙ্গনিহে, চৰকাৰে লগোৱা কৰ নহয়। ইয়াকে জানো নকয় বোলে "মাছ বুলি নাখায়, কিন্তু জিজি বুলি খায় ?"

সেই পৰ্ব্ব সেইদৰে গ'ল। মিষ্টাৰ স্কটৰ পিছতে জেনেৰেল জেনকিন্স আহিল কমিচনাৰ হৈ। ইতিমধ্যে ভাৰত-চৰকাৰেও মিষ্টাৰ স্কটৰ প্ৰস্তাৱকে শলাগি সমৰ্থন কৰি গহীনাই কৈ পঠিয়ালে যে অসমৰ বৃটিছ-অধিকৃত সকলো ঠাইতে বৃটিছে খাজানা লগাব পাৰিব, কিন্তু অৱস্থা বুজি তেওঁলোকে পূৰ্ব্বৰ নিষ্কৰ ভূমি কিছুমান ইচ্ছা কৰিলে নিষ্কৰ কৰিয়ে ৰাখিব পাৰিব। এই খিনিতেই শাসকৰ সম্পূৰ্ণ মৰ্জ্জি আহি পৰিল।

জেনেৰেল জেনকিন্স বিবেচক শাসনকৰ্ত্তা আছিল। হকবক নোহোৱাকৈ পোনেই সকলো জমিতে খাজানা লগাই প্ৰজাৰ মনত আঘাত দিয়া উচিত নহব বিবেচনা কৰি তেওঁ লাখেৰাজ জমিবোৰক বিভিন্ন শ্ৰেণীত ভগালে। লাখেৰাজৰ দুটা ঘাই বিভাগ কৰা হ'ল—যেনে ১। দেৱোত্তৰ আৰু ২। ব্ৰহ্মোত্তৰ আৰু ধৰ্ম্মোত্তৰ। কি নীতিত এই বিভাগ কৰা হৈছিল তাৰ স্পষ্ট নিৰাকৰণ নাই। দেৱোত্তৰৰ ভিতৰতে পাইকান আৰু

ভোগধনী জমিও ৰৈছিল। এই বিভাগ কেইটাক এনেকৈ ব্যাখ্যা কৰা যায়ঃ দেৱতাৰ মন্দিৰ আদি থকা ঠাইবোৰক দেৱোত্তৰ আখ্যা দিয়া হল। সেই দেৱ মন্দিৰত যিসকল পাইকে কাম কৰিছিল তেওঁলোকক ঘৰ সাজি থাকিবলৈ আৰু শাকপাচলি কৰি খাবলৈ যি অলপ অচৰপ জমি দিয়া হৈছিল তাকে বোলা হৈছিল পাইকান লাখেৰাজ। যিখিনি ঠাইত দেৱতাৰ মন্দিৰৰ ভোগৰ কাৰণে খেতি-বাতি কৰোৱা হৈছিল সেই ঠাইক ভোগধনী লাখেৰাজ নাম দিয়া হৈছিল।

গুণবান ব্ৰাহ্মণ বা গোসাঁইক বৃত্তিৰক্ষাৰ কাৰণে ৰজাই যি নিষ্কৰ ভূমি দান কৰিছিল তাকেই ব্ৰহ্মোত্তৰ আৰু সত্ৰাদি অনুষ্ঠান আৰু বিদ্বান পণ্ডিত লোকক ভূমিদান কৰি ৰজাই যি ধৰ্ম্ম কৰিছিল তাকেই ধৰ্ম্মোত্তৰ বোলা হৈছিল। এই দুয়ো শ্ৰেণীৰ জমি কালক্ৰমত পুৰষানুক্ৰমে চলি অহাত এইবোৰ ঠায়ে ঠায়ে অযোগ্য লোকৰ হাতলৈও পিছলি গৈছিল। ইয়াতেই ছেলু পাই এই শ্ৰেণীৰ ভূমিৰ ওপৰত জেনকিন্স চাহেবে আধা খাজানা ধাৰ্য্য কৰিলে আৰু তাৰ নাম দিলে নিষ্পিখেৰাজ ভূমি। আধা খাজানা মানে সেই সময়ত চলিথকা সেই শ্ৰেণীৰ ভূমিৰ যি খাজানা তাৰ আধা। ১৮৭৯ চনত এই নিষ্পিখেৰাজ ভূমিবোৰত উত্তৰাধিকাৰী স্বত্বৰ হস্তান্তৰ চৰকাৰীভাৱে মানি লোৱা হয়। ইয়াৰ পৰা এইটো স্পষ্ট হয় যে নিষ্পিখেৰাজ ভূমি এসময়ত লাখেৰাজ বুলিয়েই পৰিগণিত আছিল। লাখেৰাজ ভূমিৰ পৰা

পাৰ্থক্য দেখুৱাবলৈ অৰ্দ্ধৰাজহৰ এইবোৰ জমিৰ "নিস্পিখেৰাজ" নামকৰণ হৈছিল ১৮৭১ চনত।

নিস্পিখেৰাজ মাটিৰ যদিও আধা খাজানা বুলি সকলোৱে জানে তথাপি কোনো কোনো ক্ষেত্ৰত ইয়াৰ গৰাবাদ বা জঙ্গল পৰি থকা অংশত খাজানা লগোৱা নহয়। সেইবাবে নিৰ্দ্দিষ্ট কালৰ মূৰে মূৰে নিস্পিখেৰাজ মাটিবোৰ জ'ৰীপ কৰাই পট্টন আৰু আবাদ হোৱা জমিত আধা খাজানা লগাবৰ বিধি আছে। সেই নিৰ্দ্দিষ্ট সময়লৈকে ইতিমধ্যে পট্টাদাৰে পট্টন বা লীজ দি জমি আবাদ কৰাই লাভবান হলেও চৰকাৰে সেইটো নধৰে। কিন্তু নিৰ্দ্দিষ্ট সময়ৰ জ'ৰীপত যদি পট্টাদাৰে চৰকাৰক প্ৰবঞ্চনা কৰিবৰ অভিপ্ৰায়ে বুদ্ধিৰে কোনো আবাদী জমি পতিত বা গৰাবাদ ৰখা পোৱা যায় তেন্তে সেই ভূমিত সম্পূৰ্ণ খাজানা ( অৰ্দ্ধ খাজানা নহয ) লগাবৰো ব্যৱস্থা আছে।

মঙ্গলদৈৰ দৰঙ্গী ৰজাৰ পৰিয়ালসকলৰ যি নিস্পিখেৰাজ মাটি আছে সেইবোৰৰো আবাদী অংশত আধা খাজানাৰ নিৰিখ ধৰা হয়। কিন্তু এই নিস্পিখেৰাজ ভূমিবোৰ দৰঙী ৰজাৰ ৰাজপৰিয়ালৰ পৰা হস্তান্তৰ হলে সেই বোৰত সম্পূৰ্ণ খাজানা লাগে। ইও একপ্ৰকাৰ বিশেষ নিস্পিখেৰাজ, কিয়নো দান-বিক্ৰীৰ দ্বাৰা হস্তান্তৰ হলেই এই জমি নিস্পিখেৰাজ হৈ নাথাকে। খেৰাজ হয়।

আউনিআটী সত্ৰৰ নিস্পিখেৰাজ মাটিবোৰ আকৌ অন্য এক প্ৰকাৰৰ নিস্পিখেৰাজ। এই নিস্পিখেৰাজ মাটিবোৰৰ বস্তি

অংশতহে মাথোন ঊৰ্দ্ধ নিৰিখৰ খাজনা লাগে ; বাকীবোৰত খাজানা নাই

## চমুৱা ভূমি

সম্পূৰ্ণ খাজানাৰ মাটিৰ খেৰাজ বোলা হয়। খেৰাজ পট্টাদাৰে সাধাৰণতে মৌজাদাৰক খাজনা শোধাব লাগে। কিন্তু এক শ্ৰেণীৰ খেৰাজ পট্টাদাৰ আছে যিসকলে খাজানা মৌজাদাৰক নোশোধাই পোনেই নি 'ট্ৰেজাৰিত' জমা দিবগৈ পাৰে। এনে ভূমিকে চমুৱা-ভূমি বোলা হয়। এনেকুৱা চমুৱা-ভূমিৰ পট্টা মাত্ৰ দুখন, আৰু দুয়োখনে কামৰূপ জিলাত।

## বিশেষ বন্দবস্তিৰ গ্ৰেণ্ট

"কাকো পৰিল, তালো সৰিল" বুলি এটা চলতি কথা আছে। আৰমানে তালফলটো গছৰ পৰা পাৰি দিয়া কাউৰীৰ উদ্দেশ্য নাছিল ; তালফল আপোনাআপুনিয়ে সৰিলহেঁতেন, কিন্তু কাউৰীজনী অকস্মাৎ গৈ সেই গছত পৰাত ফলটো সৰিলত কাউৰীৰ গাতেই জগৰ লাগিল। তেনেকুৱা ঘটনাক কাকতালী ঘটনা বোলে। অসমৰ হাবিত চাহ আবিষ্কাৰ হোৱা আৰু অসমৰ জঙ্গলবোৰৰ পট্টন দিয়াৰ কথাও তেনেকুৱা ঘটনায়ে। কোনে চাহ গছ আবিষ্কাৰ কৰিলে সেই বিষয়ে মতভেদ আছে। কাৰো কাৰো মতে ৰবাৰ্ট ব্ৰুচ নামে চাহেবে মানৰ হাতত ১৮২৩ চনত ৰংপুৰ চহৰত বন্দী হৈ থকা কালত কোনো এজনা

বুঢ়া চিংফৌৰ সহায়ত এই গছ আবিষ্কাৰ কৰিছিল। কোনোৱে আকৌ মনিৰাম দেৱানেই পোনতে অসমত চাহগছ দেখিছিল বুলি কব খোজে। অন্য কাৰো মতে আকৌ অন্য কোনো চাহেবেহে আবিষ্কাৰ কৰিছিল।

পিছে চাহ গছ যিয়েই আবিষ্কাৰ নকৰক লাগিলে, চাহৰ খেতিৰ আৰম্ভণিয়ে যে অসমৰ ভূমি-পট্টনৰ নীতিত এটি আলোড়নপূৰ্ণ পৰিবৰ্ত্তন আনিছিল সেইটো হলে স্বীকাৰ নকৰি নোৱাৰি। পৰ্ব্বত-পাহাৰ, হাবি-জঙ্গল, বিল-পথাৰেৰে ভৰা প্ৰকৃতি জীয়ৰী অসমী আইৰ কোলাত বিবিধ জাতিৰ এমুঠি লোকে অতীতৰে পৰা মিলিজুলি থাকি বৈচিত্ৰ্যৰ মাজত বিৰাজ কৰা ঐক্য-বন্ধনৰ সাক্ষ্য দি আহিছে। ইংৰাজসকল অসমলৈ অহাটোও অসমীয়া প্ৰবচন "মই আছিলোঁ জাল বৈ, মোক আনিলে বামুণটোকৈ"ৰ লগত খাটে। ইংৰাজসকলৰ অসম অধিকাৰ কৰি নিজ শাসনৰ তললৈ নিয়া উদ্দেশ্য সমূলি নাছিল। কিন্তু, অযাচিতে অহা লক্ষ্মীক জানো ইংৰাজৰ দৰে বেপাৰী সদাগৰ কোনোৱে পৰিহাৰ কৰিব পাৰে? অসম তেওঁলোকৰ হাতলৈ গ'লত অসমৰ অটব্য অৰণ্য আৰু দুৰ্গম পৰ্ব্বতবোৰে তেওঁলোকৰ মগজুত শাসন-সমস্যাৰ উত্তাপ সৃষ্টি কৰিলে। হবি-জঙ্গলবোৰ কাটি. যাতায়াতৰ সুচল কৰি শাসনৰ সুবিধা কেনেকৈ বঢ়োৱা যায় আৰু আয়-উৎপন্ন কিদৰে বৃদ্ধি কৰা যায় এয়ে হ'ল তেওঁলোকৰ সমস্যা। এনে সময়ত চাহ গছৰ আবিষ্কাৰ যেনিবা পৰিত্ৰানৰ সুস্বপ্নৰ দৰে হ'ল। কাৰণ চাহ গছৰ খেতি অলপ ঠাইত নহয়,

খলাবমা ধৰণৰ বিস্তৃত ভূখণ্ড, বিশেষকৈ পাহাৰুৱা ঠাই চাহখেতিৰ কাৰণে উৎকৃষ্ট। ইংৰাজবিলাকৰ কাৰণে সোণালী সুযোগ হাতত্তে মিলিল। তেওঁলোকে এই ছেগতে চাহ, কফি আদি খেতিৰ কাৰণে জঙ্গল মাটি পট্টন দি দেশৰ হাবি-জঙ্গলবোৰ কিছু পৰিষ্কাৰ কৰাৰ উপায় উলিয়ালে। জঙ্গল ভূমিৰ পট্টন লোৱাৰ দৰে দুঃসাহসৰ কামৰ কাৰণেও তেওঁলোকৰ লগা-ভগা জ্ঞাতি-কুটুম্ববোৰেই আগবাঢ়ি আহিল। তেওঁলোকে এইদৰে জঙ্গল মাটি পট্টন দিবলৈ বিভিন্ন সময়ত বিভিন্ন ধৰণৰ কিছুমান "জঙ্গল ভূমি পট্টন প্ৰণালী বা বিশেষ ভূমি পট্টন প্ৰণালী" ( Waste Land Grant Rules or Special Grant Rules ) ৰ সৃষ্টি কৰিলে। এনে ধৰণৰ নতুন নিয়ম পোনতে ১৮৩৮ চনত ওলায়। এই পট্টনৰ ভূখণ্ডক একো একো প্ৰকাৰ 'গ্ৰেণ্ট' বোলা হৈছিল। চাহ, কফি আদি বিশেষ ধৰণৰ খেতিৰ কাৰণেই এইবোৰ ভূমি পট্টন প্ৰণালীৰ সৃষ্টি হৈছিল। ১৮৩৮ চনৰ এই নীতি মতে পট্টনৰ ভূমিৰ পৰিমাণ এশ একৰ বা তিনিশ বিঘাৰ কম, আৰু দহ হাজাৰ একৰ বা ত্ৰিশ হাজাৰ বিঘাৰ বেছি হব নোৱাৰিছিল। পট্টন দিয়া ভূমিৰ এক চতুৰ্থাংশ প্ৰথম পাঁচ বছৰৰ ভিতৰত আবাদ হব লাগিছিল আৰু তেনে এক চতুৰ্থাংশৰ বাবে কোনো দিন কেতিয়াও খাজানা দিব নালাগিছিল। বাকী অংশৰ খাজানা আৰু আবাদৰ কাৰণেও সুবিধাজনক সৰ্ত্ত কিছুমান দিয়া হৈছিল এৰৈকেশ বছৰৰ মূৰে মূৰে এই ধৰণৰ গ্ৰেণ্টৰ জমিৰ খাজানাৰ পৰিবৰ্ত্তন হব পাৰিছিল।

ইয়াৰ পাছত ১৮৫৪ চনত জঙ্গলী ভূমি পট্টনৰ দ্বিতীয় কিস্তি নিয়ম-কানুন ৰচিত হয় এইবোৰ নিয়মক পুৰণি অসমৰ ভূমি-পট্টনৰ নিয়মাৱলী (Old Assam Rules) বোলা হৈছিল। এই পদ্ধতিত পট্টনৰ কাল নিৰান্নব্বৈ বছৰ আছিল। ইয়াতো পট্টনৰ এক চতুৰ্থাংশ ভূমি বিনা খাজানাত দিয়া হৈছিল আৰু পাঁচ শ একৰ বা পোন্ধৰ শ বিঘাৰ উৰ্দ্ধ পৰিমাণ জমি মাথোন পট্টন দিয়া গৈছিল। পিছত অৱশ্যে এশ একৰ বা ৩০০ বিঘাৰ উৰ্দ্ধ পৰিমাণ জমিও পট্টন দিয়া দেখা গৈছিল। ইয়াকে নিৰান্নব্বৈ বছৰীয়া গ্ৰেণ্ট বুলিও জনা যায়। পট্টনৰ নিৰান্নব্বৈটি বছৰ উকলিলে চৰকাৰে আৱশ্যকমতে খাজানা কম বেছি কৰিব পাৰে।

১৮৬১, ১৮৬২ আৰু ১৮৬৩ চনত লৰ্ড কেনিং গৱৰ্ণৰ জেনেৰেল হৈ থকা কালত ফি চিম্পোল গ্ৰেণ্টৰ নীতি নিৰূপিত হয়। লৰ্ড কেনিঙৰ দিনৰ গ্ৰেণ্ট কাৰণে তেওঁৰ নামেৰে এই গ্ৰেণ্টবোৰক এল. চি ( লৰ্ড কেনিং ) গ্ৰেণ্ট নামেও জনা যায়।

ফি চিম্পোল গ্ৰেণ্টৰ নীতি মতে কেতিয়াবা একৰত ২৷৷৵০ৰ পৰা পাঁচ টকাৰ, কেতিয়াবা দহ টকাৰ ভিতৰত জমিৰ দাম ঠিক কৰি পট্টন দিয়াৰ স্থিৰ হৈছিল। এনেকুৱা নিৰ্দ্ধাৰিত দামক থাটাং দাম (upset price) আখ্যা দিয়া হৈছিল। এনে মাটি পট্টন দিয়াৰ আগতে তাক মাপ কৰা হৈছিল আৰু একে থাউকতে সীমাবদ্ধ কৰি দিয়া হৈছিল। কেতিয়াবা উচ্চতম ডাকত খৰিদ্দাৰকো বিক্ৰী কৰি দিয়া হৈছিল। মাটিৰ দাম একে বাৰতে বা অনুমতিক্ৰমে কিস্তি কিস্তিকৈ নিৰ্দ্দিষ্ট কালৰ ভিতৰত দিব

লাগিছিল। এইবোৰ নিয়ম ১৮৭২ চনলৈহে চলিছিল। তাৰ পিছত অৰ্থাৎ ১৮৬১ চনৰ পৰা ১৮৭২ চনৰ পিছত ফি চিম্পোল গ্ৰেণ্টৰ পট্টন সমূলি বন্ধ কৰা হৈছিল।

ইয়াৰ পিছত ১৮৭৬ চনত কিছুমান বিশেষ সৰ্ত্তত ত্ৰিশ চনা গ্ৰেণ্টৰ পট্টন বা লীজ দিয়া হয়। ইয়াক এন. এল. আৰ ( 'নিউ লীজ ৰুল গ্ৰেণ্ট' ) বোলে। এনে লীজ বহুকাল পিছলৈ চলি আছিল। এনেকৈয়ে বিশেষ খেতিৰ কাৰণে অসমত জঙ্গলী ভূমি পট্টন দিয়াৰ বিভিন্ন আইন ৰচিত হৈছিল।

## চিৰস্থায়ী বন্দবস্ত বা পাৰ্মেনেণ্ট চেটেলমেণ্ট

বৰ্ত্তমান অসমৰ গোৱালপাৰা জিলাহে মাথোন এই বন্দবস্ত আছিল। জমিদাৰী উচ্ছেদ আইনে এতিয়া চিৰস্থায়ী বন্দবস্তৰ ভিকাচন ভাঙিবলৈ ওলাইছে। জমিদাৰসকলৰ লগত স্থায়ী বন্দবস্ত এটা কৰি পট্টন দিয়া ভূমিকেই চিৰস্থায়ী বন্দবস্তৰ ভূমি বুলি জনা যায়। জমিদাৰসকল এই বন্দবস্তত একপ্ৰকাৰ ঠিকাদাৰৰ দৰে হৈ পৰিছিল; অৰ্থাৎ নিৰ্দ্দিষ্ট পৰিমাণৰ কৰ শোধাই তেওঁলোকে সদায় জমি ভোগ কৰিব পাৰিছিল। যদিও তেওঁলোকে পানতে জমিৰ সৰ্ব্বেসৰ্ব্বা নাছিল আৰু ভূমিৰ স্বামিত্বও (Propietory right) তেওঁলোকৰ হাতত সমূলি নাছিল, তথাপি ক্ৰমে ক্ৰমে তেওঁলোকে সেইবোৰ স্বত্ব আয়ত্ত কৰি লৈ ব্যৱহাৰ কৰিছিল। এই বিষয়ে অন্য প্ৰসঙ্গত বহলাই আলচ কৰা হৈছে।

## খাত

ফুকন, বৰুৱা, চৌধুৰী আদি বিষয়াসকলক এসময়ত বহুত মাটি একে ঠাইতে পট্টন দিয়া হৈছিল। এইবোৰক খাত বোলা হৈছিল। খাতৰ খাজানা আবাদী অংশহে পূৰ্ণ নিৰিখত দিব লাগিছিল। এই পট্টদাৰসকলেও মৌজাদাৰক খাজানা নিদি পোনে পোনে চৰকাৰী ট্ৰেজাৰিত জমা দিব পাৰিছিল। কামৰূপত্ এনে খাত একাধিক আছিল।

## এক চনা আৰু ম্যাদি মাটি

এক চনা মাটিৰ বিষয় আগতে উল্লেখ কৰি অহা হৈছে। ইংৰাজবিলাকে অসম অধিকাৰ কৰাৰ পিছত দেশৰ সমস্ত জমিকে একচনা বন্দবস্তত ৰায়তক খাবলৈ দিছিল; অৰ্থাৎ এটা বছৰৰ কাৰণে একোটা নিৰ্দ্দিষ্ট খাজানাত বন্দবস্ত দিয়া হৈছিল। পিছত যেতিয়া দেখা গল বছৰি বছৰি মাটিবোৰ জোখা, খাজানাৰ নিৰিখ ঠিক কৰা আদি কামবোৰ অতিশয় কষ্টকৰ আৰু আহুকলীয়া তেতিয়া পোনতে দহ বছৰলৈ একাধিক বছৰৰ যি কোনো কালৰ কাৰণে পট্টন লবলৈ সুবিধা দিয়া হ'ল। ইয়াতেই ম্যাদি পট্টাৰ সূত্ৰপাত হয়। ম্যাদি পট্টাত পট্টাদাৰৰ জমিৰ ওপৰত দান-বিক্ৰী-হস্তান্তৰৰ ক্ষমতা মানি লোৱা হ'ল। ইয়েই ব্যক্তিৰ পট্টাভুক্ত ম্যাদি জমিৰ ওপৰত স্বত্ব আৰু স্বাৰ্থ আনি দিলে। তেতিয়াৰ পৰা ম্যাদি মাটি ব্যক্তিগত সম্পত্তি হৈ পৰিল। একচনা আৰু ম্যাদিৰ মূল ভাব বঙ্গদেশৰ স্থায়ী আৰু

অস্থায়ী ৰায়তৰ স্বত্বাদিৰ পৰা পোনতে ধাৰ কৰা হৈছিল। একচনা জমি ন'মে-কামে একচনা এবছৰৰ কাৰণে খাজানা আদায় ক্ৰমে দখল কৰিবলৈ দিয়া জমি। দান-বিক্ৰী-হস্তান্তৰ একচনা মাটিত নাখাটে। অন্য ফালে আকৌ ম্যাদি মাটি মালিক বা পট্টাদাৰৰ স্থাবৰ সম্পত্তি। ইয়াতকৈ মূল্যবান স্থায়ী সম্পত্তি মানুহৰ একো নাই। ইয়াক দান-বিক্ৰী-হস্তান্তৰ কৰা যায়, বন্ধক দিয়া যায় আৰু আনকি ইয়াকে পট্টন দি পট্টাদাৰ হৈ পৰে ৰায়তসকলৰ কাৰণে একো একোজন ক্ষুদ্ৰ ৰজা-স্বৰূপ। অসমৰ ভূমিবোৰ উপৰুক্ত যিকোনো এক শ্ৰেণীভুক্ত হৈ আছে। এই শ্ৰেণীবোৰ কিমান দিন টিকে সি চিন্তাৰ বিষয়, কিন্তু এইটো হলে খাটাং যে অখেতিয়ক মালিকৰ হাতত থকা শ-শ বিঘাৰ খাতবোৰ আৰু গ্ৰেণ্টৰ বিস্তীৰ্ণ গৰাবাদ ভূমিবোৰ অবিলম্বে প্ৰকৃত খেতিয়ক আৰু দখলকাৰসকলৰ হাতলৈ যাব আৰু এইদৰে আহোম ৰাজত্বত সুপ্ৰতিষ্ঠিত হোৱা ভূস্বামী-শাসনৰ (fendal system) শেষ বন্ধনটিও শীঘ্ৰেই বিচ্ছিন্ন হব।

---

# ভূমি-নীতি সংস্কাৰৰ পটভূমি

ভাৰতৰ লোকসংখ্যা জম্মু, কাশ্মীৰ আৰু অসমৰ জন-জাতীয় অঞ্চলৰ কিয়দংশৰ লোকসংখ্যা নধৰাকৈয়ে ৩৫॥ কোটিৰো অধিক। তিৰোতা কম, পুৰুষ বেছি। প্ৰত্যেক হাজাৰ পুৰুষৰ ভিতৰত তিৰোতা আছে ৯৪৭ জনীকৈ। কথাটো কন্যা-দায়গ্ৰস্ত সকলৰ কাৰণে নিশ্চয় কিছু আশাপ্ৰদ। সি যি হওক, এই ৩৫॥ কোটি লোকৰ ভিতৰত শতকৰা প্ৰায় তিৰাশী জনেই গাঁৱত থাকে আৰু শতকৰা ৭০ জনেই খেতিৰ ওপৰত নিৰ্ভৰশীল। ১৯১৮ চনত দিয়া মণ্টেগু চে'মচফ'ৰ্ড ৰিপ'ৰ্টতো ভাৰতৰ প্ৰকৃত অৱস্থা বৰ্ণনা কৰোঁতে এই কথা স্বীকাৰ কৰা হৈছিল যে ইংলণ্ডৰ দৰে কল-কাৰখানাপ্ৰধান দেশতে শতকৰা ৫৮ জন লোকে কাৰখানাত খাটে, মাত্ৰ শতকৰা আঠজনহে খেতিত লাগে। কিন্তু ভাৰতৰ শতকৰা ৭১ জনেই খেতিৰ ওপৰত নিৰ্ভৰ কৰে।* সেই কাৰণেই ভাৰতবৰ্ষ কৃষি প্ৰধান দেশ

---

* Agriculture is the one great occupation of the people. In normal times a highly industrialised country like England gives 58 persons out of every 100 to industry. and only 8 to agriculture. But India gives out of every hundred 71 to agriculture or pasture—Montague Chelmsford Report of 1918.

বুলি খ্যাত। কৃষকসকলে অন্য জানক-নাজানক দুটা কথা ভালকৈ জানে সেয়ে হ'ল খোৱাবোৱা আৰু ৰাজকৰ অৰ্থাৎ খাজানা শোধাই নিশ্চিন্ত থকা। গাঁৱৰ লোকে সেয়েহে কয়—'মোকা মানুহৰ ভোকা কথা, পুৱা-গধূলি চাউল কঠা।' দেশৰ বা-মাৰলীয়া ৰাজনীতি নতুবা ক্ষমতালোভী সকলৰ মুখে এক, পেটে-এক কথাৰ ভু তেওঁলোকে নলয়ো, নাপায়ো। তেওঁলোকৰ মতে সেইবোৰ শাৰীৰিক পৰিশ্ৰম নকৰা নগৰ চহৰৰ ধ'তুৱা বাবু সকলৰহে সময় কটোৱা চিন্তাৰ খোৰাকী। সেইবাবেই খেতিয়ক মৈমনসিঙীয়াসকলে ভাষা বিভ্ৰাটৰ মেৰপাকত নোসোমাই খেতি কৰি খাই বৈ থাকি সময়ৰ মূৰত গৈ সিহঁতৰ মাতববৰ বা চৰকাৰৰ কথামতে কোনো এজনক ভোটটো দি অহাৰ কথাহে জানে। বছৰেকীয়া ৰাজকৰ বা খাজানাখিনি পৰিশোধ কৰাত তেওঁলোক সদায় তৎপৰ। তেওঁলোক কিয়, খেতিয়কসকলৰ ভিতৰত খুব কম লোকেই আছে যি খাজানাখিনি পৰিশোধ কৰাৰ কথা আগে নাভাবে। খেতিৰ মাটি আৰু খাজানা—এয়ে তেওঁলোকৰ মূল সম্বল আৰু দেনা (assets and liabilities)। খেতিৰ চাউল-মুঠি থাকিলে শাকে-পাতে নিমখেৰেও দুপৰীয়া-গধূলি দুসাজ খাই জীয়াই থকা যায় আৰু ৰজাৰ খাজানাফেৰা শোধালে—ওপৰৰ ৰজা-ঘৰীয়া দায়-জগৰে নাপায়, এয়ে তেওঁলোকৰ জীৱনৰ দৰ্শন আৰু কৰ্ম্ম-জগতৰ আদৰ্শ।

এইদৰে দেখা যায় মাটি আৰু ৰাজ-খাজানাৰ বিষয়ে থকা

সমস্যাবোৰ ভালকৈ জানিব পাৰিলে আৰু জানি সেইবোৰৰ সমাধান কৰিব পাৰিলেই ভাৰতৰ এটা মূল সমস্যাৰ সমাধান কৰা হয়। অন্য কথাত কবলৈ গলে ভূমি আৰু ৰাজহ সমস্যাই ভাৰতৰ অন্যতম ঘাই সমস্যা। ভূমি-নীতি সংস্কাৰত কৃতকাৰ্য্য হব পৰা হেতুকেই কৃষিপ্ৰধান চীনে জাতীয় জীৱনৰ শ-শ বছৰ ধৰি চলি অহা কেৰোণ গুচাই উন্নতিৰ পথত দোপত-দোপে আগ বাঢ়ি জগতৰ দৃষ্টি আকৰ্ষণ কৰিব পাৰিছে। কাৰণ, ভূমিৰ লগতেই কৃষি, শস্য আৰু দেশৰ উৎপন্ন সাঙোৰা আছে। ভূমি-নীতি সংস্কাৰৰ দ্বাৰা ভূমি-সমস্যাৰ সমাধান কৰিব পাৰিলেহে ভাৰতৰ কৃষি-সমস্যাৰ সমাধান হব।*

ভাৰতে আজি ভূমিনীতি সংস্কাৰ-সমস্যা হাতত লৈছে। ইয়াত কৃতকাৰ্য্য হব পাৰিলেহে ভাৰতীয় স্বাধীনতাৰ সাৰ্থকতা হব। অসমীয়া, তথা ভাৰতীয় সাধাৰণ লোকৰ মানত ৰাজনৈতিক স্বাধীনতা এটা সিমান ডাঙৰ বস্তু নহয়। তেওঁলোকৰ বদ্ধমূল ধাৰণা—যেয়ে ৰজা, তাৰে প্ৰজা আমি। অৰ্থাৎ শাসন যিয়েই কৰক, আমাৰ সমস্যাবোৰ সমাধান নহলে ৰজাঘৰে আমাৰ কাৰণে কিবা কৰিছে বুলি আমি নাভাবোঁ।

ভাৰতৰ ভূমি-নীতি সমস্যা শ-শ বছৰ ধৰি মেৰপাক খাই থকা এহেজাৰ এটা গাঁঠিৰে পৰিপূৰ্ণ। ইয়াত জমিদাৰ,

---

* It is impossible to deal with the problem of agriculture in India without dealing with the problem of the land system —India To-day—R. Palme Datta.

মিৰাছদাৰ, কৃষক, পট্টাদাৰ, ৰায়ত, তলতীয়া-ৰায়ত আদি নানা শ্ৰেণীৰ খেতিয়ক আৰু নানকৰ, ব্ৰহ্মোত্তৰ, দেৱোত্তৰ ধৰ্ম্মোত্তৰ. লাখেৰাজ নিষ্পিখেৰাজ, খেৰাজ, ইলাম, চৰকাৰী, একচনা, ম্যাদি আদি নানা প্ৰকাৰৰ পট্টনৰ চলন্তি আছে। ব্ৰাহ্মণৰ গৃহত জন্মিয়ে জন্মস্বত্বে ব্ৰাহ্মণত্ব আয়ত্ত কৰি লব পৰা ভাৰত ভূমিত উপৰুক্ত লাখেৰাজদাৰ, নিষ্পিখেৰাজদাৰ, নানকৰদাৰ, জমিদাৰসকলৰ পুত্ৰ-পৌত্ৰসকলেও জন্ম-স্বত্বৰ বলেৰে বিনা যত্নে, পুৰুষাৰ্থৰ লেশমাত্ৰ নোহোৱাকৈয়ে ৰাজসুখ ভোগৰ অধিকাৰী হৈ আহিছে। ইফালে কোনোৱে ঘটনা-চক্ৰত দুখীয়া খেতিয়কৰ ঘৰত ওপজা হেতুকে যোগ্যতা থকা সত্বেও হাড়ভগা পৰিশ্ৰম কৰি পুৱা-গধূলি দুবেলা দুমুঠি অন্নৰ সংস্থান কৰিব নোৱাৰে। কঠোৰ পৰিশ্ৰমৰ বলত যিখিনি অৰ্জ্জন কৰে সিও আনৰ হাতলৈ গুচি যায়। তেনে অৱস্থাত পৰিয়ে দুখীয়া খেতিয়কে কয় বোলে—“অন্যক নোদোষোঁ ভাগ্যক দোষোঁ, যাঠি শেল মাৰি কঁটা (কাঁইট) মূৰা চোহোঁ।”

এই খেতিয়ক শ্ৰেণীকেই শোষণ কৰি আকৌ অন্য কিছুমান বুদ্ধিজীৱী বা জন্মস্বত্বত হোৱা সম্ভ্ৰান্ত লোকে বিনা পৰিশ্ৰমে বিলাসত কাল কটাবলৈ পায়। এফালে দাৰিদ্ৰ্যৰ করুণ বিননি, আনফালে নিষ্কৰ্ম্মা ধনী সম্প্ৰদায়ৰ সদম্ভ বিলাস। ভাৰতীয় জীৱনৰ বাস্তৱ সংঘৰ্ষ উপস্থিত হৈছে এইখিনিতে। এই সমস্যাৰ যে সমাধান নহব এনে নহয়। এনেবোৰ বৈষম্য

কালৰ চকৰিয়ে ক্ৰমে দূৰ কৰি আহিছে। জমিদাৰী উচ্ছেদ তেনে ধৰণৰ অগ্ৰগতিৰ এটি খোজ। প্ৰবাহমান কালৰ চকৰিত আবহমান কালৰ পৰা জমা হোৱা এই মামৰ জন-জাগৰণৰ লগে লগে আঁতৰি নাইকিয়া হবই, তাত সন্দেহ নাই।

পৃথিবীত আজি সকলোৱে দাবী কৰে যোগ্যতাৰ সমাদৰ। কিন্তু জন্মস্বত্বৰ বলেৰে যিসকল সম্ভ্ৰান্ত বা পূজ্য হৈ আহিছে তেওঁলোকে নিজৰ কৌলীন্যৰ অৱমাননা সহ্য নকৰে। তেতিয়াই বিৰোধ উপস্থিত হয়, সংঘৰ্ষই দেখা দিয়ে। এফালে দলিত, পীড়িত, প্ৰতাৰিত জনতা, আনফালে বিলাসী, কুলীন, বুদ্ধিজীৱী সম্প্ৰদায়। সমাজত তেতিয়া বিদ্ৰোহ আৰু আন্দোলনৰ সৃষ্টি হয়। ভূগৰ্ভৰ উত্তাপ অতিকৈ বাঢ়িলে জ্বালামুখ বা আগ্নেয়গিৰি বাহিৰ হোৱাৰ দৰে মূক জনতাৰ অন্তৰ ভেদ কৰি সঞ্চিত বিক্ষোভৰাশি বিদ্ৰোহৰ আকাৰত বাহিৰ হয়। এনে বিদ্ৰোহৰ হাত সাৰিবলৈ হলে বিদ্ৰোহৰ সম্ভাৱনীয় কাৰণবোৰ জানি লৈ সেইবোৰ একে একে দূৰ কৰিবলৈ যত্নপৰ হোৱা প্ৰত্যেক দেশকৰ্ম্মী বা জন-নায়কৰে কৰ্ত্তব্য। ভূমি-নীতিৰ সংস্কাৰ সাধন তেনে এটি কৰ্ত্তব্য।

---

# ভূমি-নীতি সংস্কাৰৰ ভুমিকা

স্বাধীনতা-যুদ্ধৰ আগৰে পৰা চিন্তাশীল নেতাসকলে সদায় সভা-সমিতিৰ প্ৰচাৰ কৰি আহিছে যে ভাৰতৰ ঘাই সমস্যা—অন্ন-সমস্যা আৰু বস্ত্ৰ-সমস্যা। পুৱা-গধূলি দুবেলা দুমুঠি সুখেৰে খাবলৈ পালে বস্ত্ৰ সমস্যাই মানুহক সিমান পীড়া কৰিব নোৱাৰে। অন্ন সমস্যাৰ সমাধান হলে বস্ত্ৰ-সমস্যাৰো সমাধান হব।

খাদ্য-সমস্যাও ভূমি সমস্যাৰেই শাখা-প্ৰশাখা স্বৰূপ। ভাৰতত এনে এদিন আছিল যেতিয়া মানুহে মাটিক সম্পত্তি বুলিয়ে গণ্য নকৰিছিল। খেতিয়কসকলে পথাৰত মাটি ভগাই লৈ খেতি কৰিছিল আৰু ৰজাক তাৰ বাবে কাম কৰি দি অথবা শস্যেৰে কৰ শোধাইছিল। খেতি কৰা মাটিৰহে কৰ আছিল। মাটিত খেতি নকৰিলে কৰো নালাগিছিল। ই আছিল অতি প্ৰাচীন ৰীতি।

দিন গৈ অহাৰ লগে লগে ক্ৰমাৎ একশ্ৰেণী বুদ্ধিজীৱী লোকৰ আবিৰ্ভাৱ হ'ল। তেওঁলোকে নিজৰ কাৰ্য্যদক্ষতাৰ গুণত অথবা বিশেষ কোনো ৰজা বা প্ৰজা হিতকৰ কাম কৰি দিয়া কাৰণে ভুমি-বৃত্তিকেই বানচ বা পুৰস্কাৰৰূপে লাভ কৰি তাকেই

চলাই মেলি খেতিয়ক ৰায়তৰ পৰা আদায় কৰা ৰাজকৰৰ ওপৰত মুনফা ধৰি লৈ তাৰেই জীৱিকা নিৰ্ব্বাহ কৰিবলৈ ধৰিলে। ৰজাঘৰীয়া ডাঙৰ ডাঙৰ বিষয়াসকলেও এইদৰেই দৰমহা লোৱাৰ ব্যৱস্থা কৰিছিল। এনেকৈয়ে অসমত ফুকন, বৰুৱা, গোহাঁই আদি বিষয়াসকল তৰিছিল। এই সম্পৰ্কে পিছত বহুলাই আলচ কৰা হব। মুছলমানসকলে এইদৰে জায়গীৰ ( ভূখণ্ড ) পাইছিল।

ৰাজপুৰোহিতসকলেও তেনেকুৱা ভূমিদান পাইছিল। পণ্ডিত আৰু ব্ৰহ্মণৰ সমাদৰ তেতিয়াৰ যুগত বৰ বেছি আছিল। কাৰণ তেতিয়াৰ যুগ আছিল ধৰ্ম্ম-শাসনৰ যুগ। ধৰ্ম্মক মানুহে সেই যুগত বৰকৈ ভয় কৰিছিল। পণ্ডিত আৰু ব্ৰাহ্মণসকল আছিল ধৰ্ম্মৰ গৰাকী, বিদ্যাৰ অধিকাৰী।

তেতিয়াৰ যুগত অসমত, অসমত কিয় ভাৰতৰ কোনো ঠাইতে মাটিৰ সম্পূৰ্ণ মেপ আৰু জোখ হোৱা নাছিল। আহোম ৰজাই ব্ৰাহ্মণসকলক ভূমি-দান দিয়াৰ প্ৰণালী পুৰণি পেৰা-কাকতত আৰু তামৰ ফলি আদিত পোৱা যায়। সেই যুগৰ ভূমি দান আৰু ভূমি গ্ৰহণৰ ৰীতি-নীতিবোৰ আজিকালিও বুঢ়া মানুহৰ মুখে শুনিলে ধুনীয়া সাধুকথা যেন লাগে। প্ৰীত হৈ হেনো ৰজাই কেতিয়াবা কোনো ব্ৰাহ্মণক কৈছিল—"তুমি সূৰ্য্যোদয়তে যাত্ৰা কৰি সূৰ্য্যাস্তলৈকে দিনটোত যিমানখিনি ঠাই পৰ্য্যটন কৰিব পাৰা তৎপৰিমাণ ভূমি নিষ্কৰ দান পাবা ; অৰ্থাৎ বিনা কৰে তুমি তাক ভোগ কৰিব পাৰিবা, কোৱা

বাহুল্য যে সেই মাটিৰ সীমাৰ ভিতৰৰ ৰায়তসকল তেতিয়াৰ পৰা ব্ৰাহ্মণৰ অধীন আৰু কৰতলীয়া হৈছিল। এইদৰে কোনো দানগ্ৰাহী ব্ৰাহ্মণে দিনৰ দিনটো লৰি-ঢাপৰি ঘূৰি আহি সন্ধ্যাৰ আগে আগে যাত্ৰাৰ ঠাই পোৱাৰ লগে লগে ক্লান্ত হৈ ভাগৰত শেষ নিশ্বাস পেলাব লগীয়া হৈছিল। কোনোৱে দৌৰি দৌৰি গৈ পুনঃ ঘূৰিবলৈ সময় নোপোৱাত বাটতে ধাতু এৰিছিল। কোনোৱে বন্দৱস্ত মতে ৰজাৰ ঘৰত ব্ৰহ্মভোজন কৰি ভূমিদানৰ কাৰণে মাটি দেখুৱাবলৈ লৰি গৈ বাটতে পেট শূলত প্ৰাণ এৰিছিল। এতিয়াও বামুণমৰি পথাৰ, বামুণৰ গাঁও আদিবোৰ নামে গাঁৱলীয়া মানুহৰ মাজত চলি থকা কিংবদন্তিৰ মাজেদি তেনেবোৰ প্ৰথাৰ কথা জীয়াই ৰাখিছে।

এইদৰে যিখিনি ঠাই দানগ্ৰাহী পণ্ডিত বা ব্ৰাহ্মণে নিৰ্দ্দিষ্ট সময়ৰ ভিতৰত পৰ্য্যটন কৰিব পাৰিছিল—সেইখিনি ঠাই তেওঁক দান দিয়া হৈছিল। জোখ-মাখৰ অভাৱত মাটিৰ সীমা আৰু পৰিমান দিয়া হৈছিল এইদৰে অমুক মন্দিৰৰ পৰা পূৱে গৈ আহঁত গছ, তাৰ দক্ষিণে গৈ অমুক নদী, তাৰ পশ্চিমে গৈ অমুক গড়, তাৰ উত্তৰে অমুক পৰ্ব্বত—ইয়াৰ ভিতৰতে অনুমান ইমান মাটি। সাধাৰণ মানুহৰো মাটিৰ হিচাপ ৰখা হৈছিল এই দৰেই।

ফুকন, বৰুৱা, গোহাঁই আদি বিষয়াসকলেও এনেকৈ মাটি পাইছিল। ৰজাৰ হৈ কৰ-কাতল তোলা কৰ্ম্মচাৰীও আছিল এওঁলোকেই। তাতে কেতিয়াবা তেওঁলোকৰ মইমতালি বৰকৈ

চৰিলে অথবা আচাৰ-ব্যৱহাৰ বৰ অসন্তোষজনক হলে প্ৰজাৰ মাজত বিক্ষোপ উপজিছিল আৰু সেয়ে বিদ্ৰোহত পৰিণত হৈছিল।

ইংৰাজসকল অহাৰ আগলৈকে ভাৰতত ভূমি-সমস্যাই দেখা দিয়া নাছিল। তেতিয়া দেশৰ লোকসংখ্যাও কম আছিল। তদুপৰি সমাজত শ্ৰেণীবিভাগ অনুসৰি নানা শ্ৰেণীৰ মানুহে নানা প্ৰকাৰ হাতৰ কাম, বোৱা-কটা, কাঠৰ কাম, বাচন-বৰ্তন তৈয়াৰ কৰা আদি কামত নিজক নিয়োগ কৰি সমাজৰ শৃঙ্খলা ৰক্ষা কৰিছিল। ইংৰাজসকল অহাৰ লগে লগে ভাৰতীয় লোকৰ পুৰণিকলীয়া বৃত্তিবোৰৰ ক্ৰমাৎ ভিকাচন ভাগিল। ফলত নদীয়ালৰ পৰা নাপিতলৈকে সকলোৱে খেতিৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া হ'ল। ইংৰাজবিলাকেও সেই একে ছেগকে লৈ নিজৰ বেহা-বেপাৰ বিয়পাবলৈ যৎপৰোনাষ্টি চেষ্টা চলালে। শিক্ষাৰ পদ্ধতিও এনেভাৱে পৰিবৰ্ত্তন কৰা হ'ল যে শিক্ষিত লোকে ক্ৰমাৎ পৰিশ্ৰম নকৰা হৈ পৰিল।

এই সুবিধাতে ইংৰাজসকলেও দেশৰ বুদ্ধিজীৱী, বিলাসী, মধ্যবিত্ত শ্ৰেণীটোক হাতত লৈ তেওঁলোককেই পুতলা ৰূপে ব্যৱহাৰ কৰিবলৈ ধৰিলে। ফলত সৃষ্টি হ'ল জমিদাৰী আৰু অন্যান্য ডাঙৰ ডাঙৰ বিষয়-বাসনাবোৰ। জমিদাৰসকল আৰু বিষয়াসকল হৈ পৰিল তেওঁলোকৰ আজ্ঞাবহ ভৃত্য অথবা নিৰ্ভৰশীল বন্ধু! ইৰাজসকলেও তেওঁলোকৰ কন্দল সৃষ্টিৰ দ্বাৰা শাসন ( Divide and rule ) নীতিকেই বাহাল ৰাখি সমাজত

বিশৃঙ্খলা নোহোৱাকৈ বুদ্ধিৰে নানা প্ৰকাৰ ভূমি পট্টনৰ বিধি উলিয়ালে, যেনে জমিদাৰী, ৰায়তৱাৰী, নিষ্কৰ, নিস্পিখেৰাজ, ম্যাদি, একচনা, বিশেষ ম্যাদি ইত্যাদি। বিনা পৰিশ্ৰমে খোৱা বুদ্ধিজীৱী লোকৰ সংখ্যা বাঢ়ি আহিল। মাটি আৰু পানীৰ ওপৰত জাৰ্ম্মানী-মেটেকা বিয়াপি পৰিলে মাটি-পানীৰ অৱস্থা যি হয় ভাৰতীয় কৃষকৰ অৱস্থাও সেয়ে হ'ল। এই অৱস্থাৰ পৰা কৃষকক ৰক্ষা নকৰিলে দেশৰ কল্যাণ নাই।

ভূমি-সমস্যা সমাধানৰ কাৰণে চিন্তা কৰি চাই ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভায়ো সিদ্ধান্ত কৰিলে যে মধ্যবিত্ত বুদ্ধিজীৱী অকৰ্ম্মণ্য ভূম্যাধিকাৰসকলৰ স্বত্ব যেতিয়ালৈকে ৰহিত নহয় তেতিয়ালৈ ভাৰতীয় কৃষকৰ উন্নতি হ'ব নোৱাৰে। যি মাটিত কৃষকে খেতি কৰে তেওঁ বুজিব লাগিব যে সেই মাটি তেওঁৰ নিজৰ সম্পত্তি; তাৰ হিতৰ কাৰণে আৰু তাত অধিক শস্য উৎপন্ন কৰিবৰ কাৰণে যত্ন কৰা তেওঁৰ স্বাৰ্থজড়িত কৰ্ত্তব্য। সেয়ে নহলে দেশৰ মঙ্গল নহয়। মহাত্মা গান্ধীয়ে 'হৰিজন' কাকতত ১৯৩৭ চনৰ দুই জানুৱাৰী তাৰিখতে লিখিছিল— "প্ৰকৃত সমস্বত্ববাদৰ শিক্ষা আমাক আমাৰ পূৰ্ব্ব-পুৰুষসকলে বহুকাল পূৰ্ব্বেই দি থৈ গৈছে। তেওঁলোকে কৈছিল সমস্ত ভূখণ্ড গোপাল ভগৱানৰ বস্তু। তাৰ নো সীমা তেন্তে ক'ত? মানুহে মাত্ৰ সেই সীমাৰ সৃষ্টি কৰিছে আৰু সেইবাবে তাক ভুলি দিবও পাৰে। গোপাল মানে গৰখীয়া; কিন্তু গোপাল শব্দই

ঈশ্বৰকো বুজায়। আজিৰ পৰিভাষাত ইয়াৰ অৰ্থ চৰকাৰ বা ৰাইজ।"*

স্বাধীনতাৰ বহুত দিন আগতে আমেৰিকান পৰ্য্যটক লুই ফিটচাৰে যেতিয়া এদিন মহাত্মাক সুধিছিল—"কৃষকসকলৰ অৱস্থা উন্নত কৰিবৰ কাৰণে আপোনাৰ পৰিকল্পনা কি?" মহাত্মাই তেতিয়া উত্তৰ দিছিল—"কৃষকসকলে নিজে নিজেই মাটিবোৰ নিজৰ হাতলৈ আনি লব; আমি তেওঁলোকক তাকে কৰিবলৈ কবৰে প্ৰয়োজন নহব।"

এদিন মীৰাবেনে মহাত্মাজীক আগাখাঁ জেইলত সুধিছিল—"স্বৰাজৰ পিছত ভূমি-বিতৰণ কিদৰে হব?" গান্ধীজীয়ে উত্তৰ দিছিল—মাটিবোৰ চৰকাৰে লব। এক প্ৰকাৰে ৰাইজেই হব চৰকাৰ। অধিকাংশ জমিদাৰে তেওঁলোকৰ জমি স্বেচ্ছাই এৰি দিব। যিসকলে নিদিয়ে তেওঁলোকৰ কাৰণে আইন প্ৰণয়ণৰ প্ৰয়োজন হব।"

মহাত্মাজীৰ ইচ্ছাৰ ৰাম-ৰাজ্য গঢ়ি নুঠিল। হব পাৰে সেই প্ৰজাবৎসল শ্ৰীৰামচন্দ্ৰও নাই, সেই ত্যাগবীৰ ভক্ত হনুমন্ত, ভ্ৰাতৃ লক্ষ্মণো নাই। গতিকে ৰাম-ৰাজ্যও গঢ়ি উঠা নাই। কিন্তু

---

* Real socialism has been handed down to us by our ancesfors who taught, "All land belongs to Gopal." Where then is the boundary line? Man is the maker of that line and therefore he can unmake it. Gopal literally means shephed; it also means God. In modern longuage it means the state i. e. the people.

M. K. Gandhi.

সেইবুলি মহাত্মাৰ কল্পনাৰ ভাৰত গঢ়িবলৈ নেতাসকলে যে যত্ন কৰা নাই, এনে নহয়। আচাৰ্য্য বিনোৱা ভাবেৰ দৰে অনেকে বৰং তাকেই জীৱনৰ ব্ৰত কৰি লৈছে।

ভূমি-সমস্যা সমাধানৰ কাৰণে ইতিমধ্যে চৰকাৰৰ সংশ্লিষ্ট মহলত ভালকৈয়ে আলাপ-আলোচনা, বিচাৰ-বিবেচনা, যত্ন-পৰীক্ষা আদি চলি আছে। আনকি বিভিন্ন ৰাষ্ট্ৰৰ ৰাজহ-মন্ত্ৰীসকলে লগহৈ তাহানি ১৯৪৮ চনতে এই সম্পৰ্কে এখন সভা পাতি এই বিষয়ে কাৰ্য্যকৰী পন্থাও গ্ৰহণ কৰিছিল। তাতেই তেতিয়াৰ কংগ্ৰেছ-সভাপতি ডাঃ ৰাজেন্দ্ৰ প্ৰসাদক এই উদ্দেশ্যে এখন উপযুক্ত কমিটি গঠন কৰি দিবলৈ ভাৰ দিয়া হৈছিল। তাৰেই ফলত শ্ৰীজে, চি, কুমাৰাপ্পাৰ নেতৃত্বত কংগ্ৰেছ সংস্কাৰ কমিটি (The Congress Reforms Committee) গঢ়ি উঠে। আজিলৈ যিমানবোৰ মুল্যবান তথ্য আৰু উপদেশ কৃষি-সংস্কাৰ সম্বন্ধে ওলাইছে—তাৰ ভিতৰত এই কমিটিৰ উপদেশেই সবাতোকৈ অধিক মুল্যবান বুলি স্বীকৃত হৈছে। সেই অনুসাৰেই দেশৰ ৰীতি-নীতি আৰু প্ৰয়োজনৰ লগত খাপ খুৱাই ৰাষ্ট্ৰবোৰত নানা প্ৰকাৰে ভূমিনীতি সংস্কাৰৰ কাম চৰকাৰে হাতত লৈছে।

ভূমিনীতি সংস্কাৰৰ সৰ্ব্ববাদী সন্মত প্ৰথম কাম হৈছে ৰঘুমলা হিচাপে সমাজত থকা বুদ্ধিজীৱী নিষ্কৰ্ম্মা মধ্যবিত্ত শ্ৰেণীৰ নিৰ্ম্মূল সাধন। খেতিয়কৰ মাটি খেতিয়কৰ নিজা সম্পত্তি হব লাগিব। চৰকাৰ আৰু খেতিয়কৰ মাজত মাজৰ মানুহ - যেনে জমিদাৰ, ভূস্বামী, জোতদাৰ, পট্টাদাৰ আদি থাকিব নোৱাৰিব।

নাবালক, বিধবা অথবা ৰুগীয়া লোকত বাহিৰে অন্যে মাটিৰ মালিক হৈ মাজতে তাক পৰিচালনা কৰি মুনফা খাই থকাৰ নীতি উঠাই দিব লাগিব। এইদৰে, কিপ্ৰকাৰৰ মানুহে কিমান মাটি ৰাখি চলাই-মেলি খাব পাৰিব তাৰ নিৰাকৰণ আইনত বন্ধা থাকিব লাগিব।

আজিৰ দিনত দেখা যায় ভূস্বামী বা জমিদাৰৰ তলত মাটি খোৱা ৰায়তৰ স্বত্ব অনেক ক্ষেত্ৰত মনা নহয়। পাঁচ বা ছয় বছৰ এইদৰে ৰায়ত হিচাবে খোৱাৰ পিছত প্ৰত্যেক ৰায়তৰ স্বত্ব দখলী জমিত ওপজা উচিত। সুখৰ কথা অসমত ১৯৫৩ চনৰ নতুন প্ৰজাস্বত্ব-আইন মতে পাঁচ বছৰতে ৰায়তৰ এই স্বত্ব জন্মাৰ ব্যবস্থা হৈছে। ৰায়ত বা প্ৰজাক যাতে জমিদাৰে খুচিমতে উচ্ছেদ কৰি দিব নোৱাৰে তাৰ বাবে নিৰ্দ্দিষ্ট নিয়ম আইনত বন্ধা থাকিব লাগে।

একোঘৰ গিৰীয়ে কিমান মাটি দখল আৰু পট্টাত ৰাখিব পাৰে তাৰ এটা নিৰ্দ্দিষ্ট পৰিমাণ ( Ceiling ) থকা উচিত। ভাৰতৰ অনেক ৰাষ্ট্ৰত ইতিমধ্যে ১৫০ বিঘা, ২০০ বিঘা অথবা ২৫০ বিঘাৰ উৰ্দ্ধতম নিৰিখ একোটা স্থিৰ কৰি লোৱা হৈছে। অসমত ১৫০ বিঘাই উৰ্দ্ধতম সীমা (ceiling) নিৰ্দ্ধাৰিত হৈছে। এই পৰিমাণৰ অধিক মাটি কোনেও ৰাখিব নোৱাৰিব।

এনেবোৰ নীতি-নিয়ম প্ৰবৰ্ত্তনৰ পৰিকল্পনা আৰু কাৰ্য্য অতি মঙ্গলজনক। কিন্তু ইয়াৰ লগে লগে যাতে প্ৰত্যেক পৰিয়ালৰ মাটি ভাগ-বাটোৱাৰা হৈ ক্ষুদ্ৰতম আকাৰত পৰিণত

নহয় তাৰ বাবেও ৰাষ্ট্ৰই ভবা উচিত হব। হিন্দু আৰু মুছলমান ধৰ্ম্মৰ নিৰ্দ্দেশমতে দেশৰ চলিত প্ৰথা অনুসৰি পৈতৃক সম্পত্তি পুত্ৰ আৰু অনেক সময়ত জীয়াৰী-বোৱাৰীৰ মাজত ভাগ হৈ যায়। তাৰেই ফলত দেশত টুকুৰা-টুকুৰ মাটিৰ পৰিমাণ আৰু তাৰ লগে লগে কৃষিৰ লোকচান বাঢ়ে।

পশ্চিমৰ নীতি কিন্তু পৃথক ধৰণৰ। আমাৰ কিছুমান পৰ্ব্বতীয়া জাতিৰ নীতি তেওঁলোকৰ লগত মিলে। পৈতৃক সম্পত্তি পুত্ৰসকলৰ বা জীসকলৰ এজন বা এজনীয়েহে পাব। বাকী সন্তানবোৰক তাৰ কাৰণে অন্য সম্পত্তি দিয়া হব আৰু তেওঁলোক আত্ম নিৰ্ভৰশীল হব লাগিব। সেই বাবেই সেই সেই দেশৰ লোকসকল সৰুৰে পৰা ডুৰ্ধোৰ আত্ম নিৰ্ভৰশীল আৰু স্বাধীন-চেতীয়া হয়।

আমাৰ দেশৰ লোকৰ ধাৰণা আছে যে পৈতৃক ভিঠা এৰিব নাপায়। ই তীৰ্থ-ভূমি। ফলত হাই-কাজিয়া বাঢ়ে আৰু নিজৰ ওপৰত নিৰ্ভৰ কৰি বাহিৰলৈ যোৱাৰ আগ্ৰহ কাৰো নোহোৱা হয়। এনে স্থলত যদি বিয়া দি উলিয়াই দিয়া ছোৱালীয়েও আধুনিক আইনমতে ভাগ টানিবৰ হয়—তেনেহলে কি যে অৱস্থা এটাৰ সৃষ্টি হব তাক সহজে অনুমান কৰা যায়। 'এটা ভিলকে সাত ভায়েকে ভগাই খাইছিল'—ই সাধুকথাৰহে উপদেশ আৰু এটা ৰূপকমাত্ৰ। ভাগ-বাটোৱাৰাৰ সময়ত ভাই ভাইৰ ভিতৰত মিল আনিবলৈ অৱশ্যে মেনাসকলে উপদেশৰ ছলেৰে ইয়াৰ পটন্তৰ সততে দিয়ে।

আজিকালিৰ সামাজিক ৰীতি মতে ভাই ভাইৰ মাজত হোৱা ভাগ-বাটোৱাৰাই জমি এনেভাৱে খণ্ড-বিখণ্ড, টুকুৰা-টুকুৰ, ছিন্ন-বিছিন্ন কৰি পেলাইছে যে এই নীতি আৰু কিছু সৰহ কাল চলি থাকিলে শস্যৰ উৎপাদন আৰু বেছিকৈ নাইকিয়া হব আৰু কাজিয়া-পেচালবো ওৰ নপৰিব। মাটিৰ ভাগ বাটোৱাৰাৰ সময়ত অংশীদাৰসকলৰ মাজত সদ্ভাৱ নাথাকিলে এনেকুৱাও হয় যে একেটা ঘৰকে তেওঁলোকে ভাঙি ছিঙি ভগাই লবলৈও উদ্যত হয়। খেতিৰ মাটিৰ ক্ষেত্ৰতো নিচেই ক্ষুদ্ৰ একোডৰা মাটিকে তেওঁলোকে এনেভাৱে ভগাই লয় যে তাত কোনেও নাঙল ঘূৰাব নোৱাৰাত পৰে। ফলত মাটিৰ ফচল নোহোৱা হয় আৰু মাটি চন পৰি থাকে। এনেবোৰ কাৰণত ভূমিৰ খণ্ডীকৰণ বা বাটোৱাৰাত চৰকাৰৰ পক্ষৰ পৰা বাটোৱাৰা হৈ নিম্নতম কিমান পৰিমাণৰ কম অংশ বা দাগ হব নোৱাৰে তাৰ নিৰাকৰণ আইনত বান্ধি দিয়া উচিত।

কৃষিৰ ফালৰ পৰা চাই গাঁৱৰ পুনৰ সংগঠন কৰিবলৈ হলে টুকুৰা টুকুৰ মাটিবোৰ লগ লগাই একোটা নিৰ্দ্দিষ্ট পৰিমাণৰ ভূমিখণ্ড তৈয়াৰ কৰিবলৈ যত্ন চলাব লাগে। তাকে কৰিবলৈ হলে বিস্তৰ অদল-বদল বা সাল-সলনিৰ আৱশ্যক হব। অৰ্থাৎ একো একো ঠাইত ওচৰৰ মানুহক মাটি এৰি দি কোনো কোনোৱে তাৰ সলনি নিজৰ সুবিধা হোৱাকৈ নিজৰ মাটিৰ ওচৰত মাটি লব লাগিব। তেনেবোৰ সাল-সলনি কাৰ্য্যকৰী কৰিবলৈ হলে ক্ষমতাশালী একোটি ভূমি-সংগঠন চৰকাৰী কমিটি

অথবা চৰকাৰী বিষয়া পাতি দিব লাগে। য'ত উপৰুক্ত ধৰণৰ অদল-বদল কিবা কাৰণত কাৰ্য্যকৰী নহয় তাত সেই কমিটিয়ে বা বিষয়াই আৱশ্যকমতে জমি দাম দি অধিগ্ৰহণ কৰি লৈ সেই দামতে খেতিৰ সুবিধাজনকভাৱে সেই ঠাইৰ প্ৰকৃত খেতিয়কৰ মাজত উচিত নীতি মতে বিতৰণ কৰাৰ ব্যৱস্থা কৰিব লাগে। এনে বিতৰণৰ লক্ষ্য হব—খেতিৰ সুবিধালৈ নজৰ ৰাখি মাটিৰ চৌহদ তৈয়াৰ কৰা আৰু সুশৃঙ্খল কৃষি-নীতিৰ দ্বাৰা শস্যৰ উৎপাদন বৃদ্ধি কৰা। জ'ৰীপ বা চেটেলমেণ্টৰ সময়ত এনেবোৰ পৰিবৰ্ত্তন কাৰ্য্যকৰী কৰিবলৈ সুবিধাজনক হৈ পৰে।

---

# মাটিৰ মালিকী স্বত্ব আৰু খাজানাৰ মূলতত্ত্ব

মাটিৰ সীমাৰ কাজিয়া লগোৱা আৰু ভঙাত মণ্ডল-কাননগো একে মূৰ্ত্তিতে শিৱ আৰু ব্ৰহ্মাস্বৰূপ ; ভাঙেও, পাতেও। মণ্ডলৰ কঁটাৰ মূৰতে এক তাৰ বোলা কথা কোনে বাৰু শুনা নাই? কঁটাটো ধৰাৰ কায়দাতে একটাৰ মাটি ইফাল সিফাল কৰা যদি সহজ হৈ পৰে তেন্তে কঁটাৰ মূৰতে এক তাৰ—কথাটোৰ তাৎপৰ্য্যলৈ ভয়ে বা নকৰিব কেইজনে? কথাটো অলপ টং কৰি চালে পোৱা যায়—হয়ো। কাৰণ ঘূৰি থকা ঘূৰণীয়া পৃথিবীখনৰ ওপৰত কৰা অস্থায়ী সীমাবোৰ কাকতৰ ক্ষুদ্ৰ ক্ষুদ্ৰ আঁচ কেইটাই কড়া-ক্ৰান্তিলৈ ধৰিব কিদৰে? ফলত জ'ৰীপ কাৰকৰ বিচাৰ বিবেচনাৰ স্থল ভালেখিনি থাকি যায়। বিচাৰত যিয়ে লাভবান হয় তাৰে কাৰণে মণ্ডল ভাল, যি ক্ষতিগ্ৰস্ত হয় তাৰ কাৰণে মণ্ডল হৈ পৰে কাল! গাঁৱৰ খুহুতীয়া বুঢ়া লোকে লৌকিক শ্ৰুতি শাস্ত্ৰৰ পৰা সেই কাৰণেই কয় যে তাহানি ত্ৰিশঙ্কু ৰজাই হেনো পৃথিবীত মণ্ডল-কাননগোৰ দৌৰাত্ম্য সহ্য কৰিব নোৱাৰিহে পৃথিবী আৰু স্বৰ্গৰ মাজত শূন্যতে এখন ৰাজ্য পাতি লব খুজিছিল! গছৰ ওপৰত পানীৰ যোগান ধৰি থাকি আজিও নাৰিকলে তাৰেই সাক্ষ্য দি আছে বুলি মানুহৰ ধাৰণা। নাৰিকলৰ এইফেৰা জন্ম-কথা যিসকলে

জানে তেওঁলোকে ভূমি বিভাগৰ যিকোনো বিষয়াকে ততালিকে ডাব-নাৰিকল যাচে। কাৰণ নাৰিকল এই বিষয়াসকলৰ জনম শত্ৰু। শত্ৰুক ধৰি আনি আগত পেলাই দিলে—কোন খুচী নহব ?

মহাদেৱৰ নন্দী-ভৃঙ্গী আৰু বিক্ৰমাদিত্যৰ তাল-বেতালৰ দৰে ছব্ডিপুটীৰ মণ্ডল-কাননগো যথেষ্ট শক্তিশালী বিষয়া। কাননগোৰ জন্ম-কথা আগতে কৈ অহা হৈছে। এতিয়া মণ্ডলৰ কথা কোৱা যাওক। সংস্কৃত শাস্ত্ৰত সীমাবদ্ধ ভূমি-খণ্ডকেই মণ্ডল বোলা হয়। অৱশ্যে মণ্ডল শব্দৰ সংস্কৃতত ইয়াত বাজেও অনেক অৰ্থ আছে। মণ্ডল শব্দই বিয়াত বামুণে দিয়া মণ্ডলৰ কথাও ডেকাসকলৰ মনলৈ আনে। তাত আচৰিত হবৰ একো নাই। 'সন্ধ্যা হ'ল'—বোলাৰ লগে লগে যদি চোৰ, পূজাৰী আৰু ছাত্ৰৰ তিনিওৰো তিনিটা অৰ্থ মনলৈ আহিব পাৰে তেনেহলে মণ্ডল শব্দয়ো ডেকাৰ মনত এটা ভাব, বুঢ়াৰ মনত অন্য এটা আৰু সীমাৰ কাজিয়া লাগিথকাসকলৰ মনত অন্য এটা অৰ্থ জগোৱা আচৰিত নহয়। সি যিহওক. আজিৰ মাটিজোখা মণ্ডলক সংস্কৃত শাস্ত্ৰৰ মণ্ডল শব্দৰ পৰা অহা বুলিলে মানিব লাগিব যে এই মণ্ডলসকলৰ অধিকাৰ তেনেহলে স্বৰ্গৰাজ্যতো আছিল। কাৰণ স্বৰ্গৰাজ্যতো চন্দ্ৰ-মণ্ডল, সূৰ্য্য-মণ্ডল আদি অনেক মণ্ডল আছিল। পিছে প্ৰত্ন-তত্ত্বৰ পম খেদিলে ভয় হয় জানোচা ডিকেন্সৰ "পিক্‌ৱিক পেপাৰচৰ" আলিৰ দাঁতিত পৰি থকা শিলাখণ্ডত মিছায়ে অৰ্থপূৰ্ণ সঙ্কেট বাহিৰ কৰিবলৈ যত্ন কৰা

প্ৰত্নতাত্ত্বিকৰহে অৱস্থা পোৱা যায় ! গতিকে মণ্ডলৰ কাৰণে বৰ উচ্চ গোত্ৰৰ সন্ধানৰ দূৰাশা এৰি ঢুকি পোৱা কথাকে কোৱা যাওক।

মণ্ডল শব্দটো গুৰিতে কোনোবা স্থানীয় 'ট্ৰাইবেল' শব্দ আছিল যেন অনুমান হয়। 'মণ্ডল' মানে মুখিয়াল বা মুৰব্বি। এই মণ্ডলেই কোনো কোনো ঠাইত মাটিৰ কৰ-কাটল তোলে আৰু একো একো অঞ্চলৰ মাটিবাৰী চলায়। কোনো কোনো ঠাইত সিদিনালৈকে জঙ্গলীমহল বুলি কিছুমান অঞ্চল আছিল। তাত মণ্ডলেই আছিল মুখিয়াল লোক আৰু তেঁৱেই সৰ্ব্বে-সৰ্ব্বা। ঊনবিংশ শতিকাৰ সৌ সিদিনালৈকে বঙ্গদেশৰ মেদিনীপুৰ জিলাৰ কোনো কোনো অঞ্চলক জঙ্গল-মহল বোলা হৈছিল আৰু তাত দলবদ্ধহৈ মানুহে লগে-ভাগে খেতি কৰিছিল। * গাৱঁৰ মুখিয়াল লোকজনক তাত 'মণ্ডল' বোলা হৈছিল আৰু তেৱেঁই যাবতীয় সকলো দায়-জগৰ ভাঙ্গি দিছিল আৰু গাঁৱৰ সকলো মাটি তেওঁৰ নামতেই পট্টন লোৱাৰ নিয়ম আছিল। তেওঁ অৱশ্যে কেতিয়াও ৰক্ষক হৈ ভক্ষক হোৱা নাছিল। বৰঞ্চ আৱশ্যক অনুযায়ী সকলোকে জমিবোৰ ভাগ কৰিহে দিছিল। এই নিয়মৰ ক্ষুদ্ৰ চিন অসমৰ আৰু চট্টগ্ৰামৰ ঝুম খেতিত লক্ষ্য কৰা যায়। †

---

* Even in Bengal traces of community right in cultivable lands were in existence in the early part of the 19th century among tribal people of what is known as "Jungle Mahal" in the district of Midnapore.

† The Mandali Tenure of some districts originated with the patriarch, or head man (locally known as

এইদৰে কোনোৱে যদি দেৱভাষা সংস্কৃতৰ পৰা মাটিজোখা মণ্ডল অহা নাই বুলি ধৰে তেনেহলে পাহাৰী ভাষাৰ পৰা অহা বুলি লবলৈ যুক্তিৰ নাটনি নহব যেন পাওঁ। যদি ইয়াতে কোৱা যায় দোধোৰ-মোধোৰ কিয়, এটা ঠিক কৰি কোৱাহে ভাল, তেনেহলে তাৰ উত্তৰ এয়ে হব যে ভাষাতত্ত্ব এনেকুৱাই। এজনে কামাখ্যা দেৱীকো নি পাহাৰী দেৱী পাতে আনজনে আকৌ নি সতীৰ কামাঙ্গৰ লগত সম্বন্ধ থকা ভৱানী দেৱীৰ ঠাইত বহুৱায়। দ-মাটিৰ সীমাৰ দৰে ভাষাৰ শব্দাৱলাৰ ইতিহাসো অনেক প্ৰেক্ষত পৰিবৰ্ত্তন সাপেক্ষ।

এতিয়া চোৱা যাওক—মণ্ডল-কানুনগোই যি খাজানা বা ৰেণ্ট আদি ঠিক কৰে তাৰ মূল সূত্ৰ কি? মাটিৰ আচল মালিকেই বা কোন?

**mandal) of each community of the tribal people. The Mandal was the sole representative of the community in its dealing with the outside world. Each Mandal took settlement of lands in the village on behalf of the community and he then parcelled out lands to the different members according to their requirements; keeping out certain lands for common use of the whole community. Traces of such communal rights are still to be found in the Jhumming cultivation in the Garo Hills in Assam and in the Chittagang Hill Tractss—Report of the Congress Agrarian Reforms Committee.**

আজিৰ জগতত 'নাঙল যাৰ, মাটি তাৰ' বুলি একাষাৰ কথা গছে-বিৰিখে প্ৰতিধ্বনিত হব লাগিছে। কথাষাৰ অৰশ্যে ভয়ঙ্কৰ। কাৰণ ই আমাৰ ভূমি-সম্পত্তি সম্পৰ্কীয় বৰ্ত্তমান বদ্ধমূল হৈ থকা ধাৰণাৰ ভেটিকে কঁপাই তুলিছে। 'নাঙল যাৰ, মাটি তাৰ' ধ্বনি যিমানে উচ্চ হৈ উঠে, যিমানে তাৰ প্ৰতিধ্বনি বিয়পিবলৈ ধৰে সিমানে অ-খেতিয়ক ভূস্বামী-সকলৰ হিয়া কম্পমান হৈ উঠে। গভীৰ নিশা বতাহৰ আৰাজত হোৱা প্ৰতিধ্বনিয়ে কৃপণৰ শঙ্কাকুল মনত আতঙ্কৰ সৃষ্টি কৰাৰ দৰে উক্ত ধ্বনিয়েও আজি নিজে খেতি-নকৰা মাটি-গিৰীসকলৰ অন্তৰত বিভীষিকাৰ সৃষ্টি কৰিছে। তাৰ প্ৰতিক্ৰিয়াতে হৈছে জমিদাৰসকলৰ দ্বাৰা ধমাধম মাটি বিক্ৰী।

'নাঙল যাৰ, মাটি তাৰ' ধ্বনিৰ গুৰিতে আছে এনে এটি ধাৰণা যে বায়ু পানী আৰু ভূমি জীৱৰ জন্মগত সম্পত্তি। তাৰ ওপৰত কৰ-কাটল, তাৰ ব্যৱহাৰত বাধা, তাৰ বিতৰণত অবিচাৰ কোনেও সহ্য নকৰে; কাৰণ তিনিও বিধ সম্পত্তিৰ এবিধো কোনেও হাতেৰে তৈয়াৰ কৰা নাই; মৃত্যুৰ লগে লগে সিগুৰীলৈও নিলিয়ে। গতিকে ইয়াৰ নিয়ন্ত্ৰণ বা বিতৰণ সদায় মুক্ত-স্বত্ব বা প্ৰয়োজনৰ ওপৰত নিৰ্ভৰ কৰিব লাগে।

'নাঙল যাৰ, মাটি তাৰ' কথাষাৰ নতুন আৰু বিপ্লৱসূচক যেন অনুমান হয় যদিও আচলতে ই বিপ্লৱসূচক নহয়, বিবৰ্ত্তন-সূচকহে। এই ভাৱৰ কথা পুৰণি শাস্ত্ৰত ভালকৈয়ে পোৱা যায়। জৈমিনিৰ পূৰ্ব্ব মীমাংসাৰ ৬ষ্ঠ অধ্যায়ৰ সপ্তম শ্লোকত

আছে "ৰজাই কাকো মাটি একেবাৰে দি দিব নোৱাৰে, কাৰণ ই তেওঁৰ নিজা সম্পত্তি নহয়। ইয়াত খেতি কৰি তাৰ উৎপন্নেৰে জীৱন ধাৰণ কৰি থকা সকলো লোকৰে ই উমৈহতীয়া সম্পত্তি।"* আকৌ কৌটিল্যৰ অর্থ শাস্ত্রত আছে "খেতিৰ বাবে প্রস্তুত কৰা মাটি কৰদাতাসকলক জীয়াই থকা কালডোখৰৰ কাৰণে মাত্র দিব লাগে। যিলোকে নিজে খেতি নকৰে আৰু অন্যক দিয়ে তেওঁৰ পৰা চৰকাৰে তেওঁৰ মাটি বাজেয়াপ্ত কৰিব লাগে। নতুনকৈ আবাদ কৰি পট্টন লোৱা মাটিৰ কাৰণে আৰু হঠাৎ ঘটা দুর্যোগতহে মাত্র খাজানা মাফ দিয়া যায়।†

তেনেহলে দেখা গ'ল অতীজৰ কোনো কোনো সময়ত ৰজাক ৰাজ্যৰ মাটি-বাৰীৰ মালিক বুলি ধৰা হৈছিল আৰু কোনো কোনো সময়ত মাটিবাৰী আছিল ৰাইজৰ সম্পত্তি; ৰজা আছিল তাৰ ৰখীয়াস্বৰূপ। এই খিনিতে মাটিৰ মালিকী স্বত্ব সম্পর্কে নানা মত পোৱা যায়। পণ্ডিত জৱাহৰলাল

---

* "The king cannot give away the earth, because it is not his exclusive property, but is common to all beings enjoying the fruits of their own labour on it. It belongs to all alike." Purba Mimangsa

† "Lands prepared for cultivation shall be given to tax-payers (Karada) only for life (Ekapurushi-kani). Lands may be confiscated from those who do not cultivate them and give them to others. Either on the reason of opening new settlements or on any other emergent occasions, remission of taxes shall be made." 'Artha Sastra'

নেহৰুৰ মতে ভাৰতত জন আৰু সম্পত্তি সম্পৰ্কে ৰজাৰ ক্ষমতা ইউৰোপৰ ৰজাৰ ক্ষমতাতকৈ পৃথক ধৰণৰ আছিল। ইউৰোপত ৰজা আছিল তেওঁৰ ৰাজ্যৰ সকলো লোক আৰু সম্পত্তিৰ অধিকাৰী। এই ক্ষমতা তেওঁ তেওঁৰ তলতীয়া লৰ্ড, বেৰণ আদি কৰ্ম্মচাৰীসকলক দিছিল। এইদৰেই ক্ষমতাৰ খটখটি তৈয়াৰ হৈছিল। ৰাজ্যৰ মাটি আৰু মাটিৰ লগত জড়িত থকা লোকসকল আছিল ফিউডেল লৰ্ডসকলৰ সম্পত্তিৰ দৰে, আৰু সেইমতে গৈ ৰজাৰো নিজৰ সম্পত্তিৰ দৰে। এয়ে আছিল ৰোমানসকলৰ ৰাজ্যৰ ধাৰণা। ভাৰত কিন্তু এনেধৰণৰ নাছিল। ভাৰতত ৰজাই প্ৰজাসকলৰ পৰা কিছুমান টেক্স আদায় কৰিছিল আৰু এই খাজানা বা টেক্স আদায়ৰ ক্ষমতা তেওঁ অন্যলোকৰ ওপৰত অৰ্পণ কৰিব পাৰিছিল। ভাৰতত খেতিয়ক সম্প্ৰদায় গৰাকীসকলৰ চাকৰৰ দৰে নাছিল। প্ৰচুৰ মাটি পৰি আছিল আৰু সেইদেখি কাৰো মাটি কাঢ়ি লোৱাৰ কোনো প্ৰশ্ন নুঠিছিল। এইদৰে ভাৰতত পশ্চিমৰ দৰে ভূস্বামী ক'তো নাছিল। আকৌ সেইবুলি কোনো খেতিয়ক তেওঁৰ নিজে খেতিকৰা মাটি টুকুৰাৰ সম্পূৰ্ণ মালিকদাৰো নাছিল। স্বামিত্ব আৰু মাটিৰ মালিকী স্বত্ব এই দুয়োটা বস্তুৰ ধাৰণা বহুকাল পিছত বৃটিছ লোকসকলে ভাৰতলৈ আমদানি কৰিছিল, আৰু তাৰেই বিষময় ফল আজিও আছে।*

---

* The whole conception of monarchical power differed from that of European Feudalism, where the

আচলতে মাটিৰ মালিক ৰজাও নাছিল আৰু প্ৰজাও নাছিল। ৰজায়ো মাটিক ভগৱানৰ বস্তু আৰু সেই কাৰণে তাত সকলোৰে আৱশ্যক অনুযায়ী অধিকাৰ আছে বুলি ভাবিছিল আৰু প্ৰজায়ো সেই ভাবেই গ্ৰহণ কৰি ৰজাক ভগৱানৰে প্ৰতিনিধিৰূপে জ্ঞান কৰিছিল। আজিৰ দিনতো মাটিৰ খাজানাক টেক্স নে ৰে'ণ্ট নে অন্য কিবা বুলি ধৰা হব, সেই সম্পৰ্কে নানা পণ্ডিতৰ নানা মত। যদি চৰকাৰ বা ষ্টে'টক মাটিৰ মালিক বুলি ধৰা হয় তেনেহলে খাজানা হব ৰে'ণ্ট।

---

king had authority over all persons and things in his domain. This authority he delegated to lords and barons who vowed allegiance to him. Thus a hierarchy of authority was built up. Both the land and the people connected with it belonged to the feudal lord and, through him to the king. This was the development of the Roman conception of dominion. In India there was nothing of this kind. The king had the right to collect certain taxes from the land and the revenue-collecting power was all he could delegate to others. The peasant in India was not the lord's serf. There was plenty of land available and there was no advantage in dispossessing the peasant. Thus in India there was no landlord system, as known in the west, nor was the individual peasant the full owner of his patch of land. Both these concepts were introduced much later by the British with disastrous results.
—The Discovery of India by Jawaharlal Nehru.

পট্টাদাৰক বা ভূমিৰ অধিকাৰীক ( Land holder ক ) তেতিয়া দখলকাৰ বা প্ৰজা ( tenant ) বুলিহে ধৰিব লাগিব। তেতিয়া মাটিৰ ওপৰত পট্টাদাৰৰ মালিকী স্বত্ব নাথাকে। মাটিৰ মালিক হব চৰকাৰ, বা ষ্টেʼট। কিন্তু বস্তুতঃ জানো আমাৰ দেশৰ মাটিৰ মালিক পট্টাদাৰ ভূস্বামীসকল নহয়? মাটি, অন্ততঃ ম্যাদি মাটি, সদায় পট্টাদাৰৰ নিজা সম্পত্তি বুলি পৰিগণিত হৈ আহিছে। কেতিয়াৰ পৰা কেনেকৈ সেই স্বত্ব আহিল তাক আগতে বৰ্ণোৱা হৈছে। ম্যাদি মাটি মানুহে বেচা-কিনা কৰিব পাৰে, বন্ধক বা জামিন দিব পাৰে, দান বা যৌতুকত দিব পাৰে। কিন্তু আকৌ যেতিয়া খাজানা আদায় নহয়, নতুবা পট্টাদাৰৰ পৰা অন্য কিবা কাৰণত ষ্টেʼটৰ বা চৰকাৰৰ পাওনা থাকে—তেতিয়া জানো মাটি বিক্ৰী কৰি দি ষ্টেʼটে পাওনাটো আদায় নকৰে? কোনো কোনো ক্ষেত্ৰত চৰকাৰে জানো সেই মাটি চৰকাৰী কৰি নিজৰ হাতলৈ নিনিয়ে? সেইদৰে চালে দেখা যায় নিৰ্দ্দিষ্ট খাজানাৰ কাৰণে ষ্টেʼটে দখলকাৰক মাটি লীজ দিয়ে আৰু সেই খাজানা অনাদায়ত পুনঃ বিক্ৰী কৰি দিয়ে নতুবা নিজৰ অধীনলৈ নিয়ে। যদি মালিকী স্বত্ব চৰকাৰৰ নাথাকেয়ে তেনেহলে বিক্ৰী কৰি দিব কেনেকৈ? নতুবা নিজৰ হাতলৈয়ে ঘূৰাই নিব কিদৰে?

তেনেহলে পট্টাদাৰ মাটিৰ মালিক হৈও মালিক নহয়। কাৰণ খাজানা অনাদায়ত তেওঁৰ মাটি চৰকাৰে নিব পাৰে বা নিলামত দিব পাৰে। এজনৰ সম্পত্তি অন্য এজনক কিছুমান

সৰ্ত্তত দিয়াৰ দৰে যদি মাটিও চৰকাৰে ব্যক্তিক দিয়ে বুলি ধৰা যায় তেনেহলে ব্যক্তি বা পট্টাদাৰৰ মাটি-বিক্ৰীৰ ক্ষমতা নাথাকে। গতিকে দেখা যায় বৰ্ত্তমান অৱস্থাত পট্টাদাৰ নতুবা চৰকাৰ কোনো মাটিৰ সম্পূৰ্ণ মালিক নহয়। দুয়ো নিৰ্দ্দিষ্ট সৰ্ত্তৰ ওপৰত নিৰ্ভৰ কৰি থকা মালিক। অন্য কথাত পট্টাদাৰৰ মাটি চৰকাৰৰ ওচৰত খাজানাৰ কাৰণে জামিনত (hypothecated হৈ) থাকে।

আকৌ খাজানাক যদি মাটিৰ খেতিৰ পৰা পোৱা লাভৰ অংশ বুলি ধৰা হয় তেনেহলে তাক আয়-কৰ (income tax) বুলিও ধৰা যাব পাৰে। কিন্তু সেইটোও নহয়, কিয়নো কোনো কৃষকে খেতিৰ উৎপন্নক লাভৰ বস্তু বুলি কেতিয়াও নাভাবে। গতিকে হয়াত লাভৰ অংশৰ কথা নুঠে।

এইদৰে দেখা যায় আজিকালিৰ দৰে আগৰ দিনতো মাটিৰ সৰ্ব্বময় মালিকী স্বত্ব ব্যক্তিৰ ওপৰত আছিল নে কোনো সমূহীয়া অনুষ্ঠান (Village Community)ৰ ওপৰত আছিল তাক ঠাৱৰকৈ একে আষাৰে কোৱা নাযায়। এই বিষয়ত নানা পণ্ডিতে নানা মত প্ৰকাশ কৰিছে। মেক্সমুলাৰ (১), এলফিন্‌ষ্টোন (২) আদি চাহেবসকলৰ মতে অতীত ভাৰতত মাটিৰ স্বত্ব গাঁৱৰ সাম্প্ৰদায়িক অনুষ্ঠানৰ ওপৰত আছিল। আকৌ বেডেন পাৱেল চাহেবে কৃষ্ণ আৰু বঙ্গীয় ভূমি-আইন (The Land

---

(১) India—What it can teach us—Max Muller.

(২) History of India by Elphinstone.

Laws of Bengal) বোলা কিতাপতো পোৱা যায় যে সকলো মাটিত গাঁৱৰ লোকৰ সমূহীয়া স্বত্ব কেতিয়াও নাছিল। এইটো হব পাৰে যে ঘৰে পতি নিজাকৈ কিছু জমি থকাৰ উপৰিও কিছুমান মাটি খেতিৰ কাৰণেই হওক বা গৰু-চৰোৱা আদি সমূহীয়া কামৰ কাৰণেই হওক—আচুতীয়াকৈ ৰখা হৈছিল। বৰ্ত্তমান সময়ত ভূমি-দান যজ্ঞত মাটি লৈ স্থানীয় ভূমিহীন ৰাইজক ভগাই দিয়াৰ দৰে তেতিয়াও কিছুমান ঠাইত গাঁৱৰ মুখিয়াল লোকজনে ভূমি পট্টন লৈ গাঁৱৰ খেতিয়কসকলৰ মাজত ভগাই দিছিল। ঊনবিংশ শতিকাৰ আগছোৱাতো তনে প্ৰথা বঙ্গদেশৰ মেদিনীপুৰ জিলাত চলি আছিল বুলি আগতে উল্লেখ কৰা হৈছে। জঙ্গল মাটি পোনতে সমূহীয়াকৈ ভাঙি লৈ সুবিধামতে ব্যক্তিগতভাৱে দখল কৰাৰ সুচলৰ কাৰণেই এই প্ৰথাৰ আবিৰ্ভাৱ হৈছিল বুলি ভাবিবৰ কাৰণ আছে। জঙ্গল মাটিবোৰত এই সমূহীয়া আৰু ক্ৰমাগত ব্যক্তিগত দখলৰ মিশ্ৰিত নীতিৰ প্ৰচলন আছিল।

মুঠতে মাটিৰ স্বত্ব আজিৰ দিনত ব্যক্তিগত স্থাৱৰ সম্পত্তি হোৱাৰ দৰে আগৰ দিনত নহৈছিল। ই কেতিয়াবা ব্যক্তিগত কেতিয়াবা সমূহীয়া, কেতিয়াবা ৰাজকীয় বা জমিদাৰী আৰু কেতিয়াবা মিশ্ৰিত অনিশ্চিত স্বত্বৰ বস্তু আছিল। মাটিও আছিল তেতিয়া প্ৰচুৰ। সাতে-পাঁচে ব্যক্তি আৰু ব্যক্তিৰ মাজত মাটিৰ ক্ষুদ্ৰ কাজিয়া তেতিয়া সিমান প্ৰবল নাছিল। যি কাজিয়া আছিল সি ৰজা আৰু ৰজাৰ মাজতহে আছিল।

মাটি কিনা-বেচা কৰিব পৰা এক প্ৰকাৰ পণ্য-দ্ৰব্য হ'ল ঘাইকৈ ইংৰাজসকলৰ ৰাজত্বৰ লগে লগে। "ডিচ্‌কভাৰি অব ইণ্ডিয়া" (Discovery of India) নামৰ কিতাপত পণ্ডিত নেহৰুই কৈছে—বৃটিছ শাসনৰ সবাতোকৈ চকুতলগা আৰু দূৰ-ব্যাপী পৰিবৰ্ত্তন হ'ল—আগৰ কৃষি-নীতিৰ উচ্ছেদত, ব্যক্তিগত সম্পত্তিৰ মনোবৃত্তি সৃষ্টিত আৰু জমিদাৰি গঢ়ি তোলাত। বস্তুৰ বিনিময় প্ৰথাৰ স্থান ধনে ললে আৰু মাটিও হৈ পৰিল এবিধ পণ্য দ্ৰব্য। (৩)

নৈৰ বান্ধ য'তেই শিথিল হয় ত'তেই সোঁতে পোৱালি দিয়াৰ দৰে সমাজবন্ধনৰো শিথিল গ্ৰন্থিতেই বিভিন্ন নীতি নিয়মে পুলি-পোখা মেলে। ভূমিৰ মালিকী স্বত্ব সম্পৰ্কেও সেই একে কথাই খাটে, আৰু সেই একে ভাবৰ পৰাই জমিদাৰী, ৰায়তোৱাৰী, মহলৱাৰী আদি বিভিন্ন ভূমি নীতিৰ জন্ম।

জমিদাৰী প্ৰথা যে ইংৰাজবিলাকৰহে দান এনে নহয়। ই পূৰ্ব্বৰ পৰাই প্ৰকাৰান্তৰে প্ৰচলিত আছিল। মুখিয়াল লোকসকলক নিজৰ জীৱন কালছোৱাত ভোগ কৰিবলৈ কেতিয়াবা কেতিয়াবা একো একো অঞ্চল ঠাই দিয়া হৈছিল। তাৰ পৰিবৰ্ত্তে তেওঁলোকে ৰজা বা শাসনকৰ্ত্তাক যথাসময়ত

(৩) The most obvious and far-reaching change was the break-up of the agrarian system and the introduction of concept of private property and landlordism. Money had crept in and land became a marketable commodity—Discovery of India. —Jawaharlal Nehru.

দেশৰক্ষা শাসন আদি কামত সহায় কৰিছিল। জমিদাৰী প্ৰথাৰো আৰম্ভ বৃটিছসকল অহাৰ আগতে তেনেকৈয়ে হৈছিল।

বৃটিছৰ আমোলত জমিদাৰসকল আছিল পোনতে একো একো অঞ্চলৰ আঞ্চলিক ৰাজহৰ ঠিকাদাৰৰ দৰে। নিৰ্দ্দিষ্ট খাজানাৰ কাৰণে তেওঁলোকক নিৰ্দ্দিষ্ট একোটা এলেকা স্থায়ীভাৱে বন্দবস্ত কৰি দিয়া হৈছিল। এইদৰে জমিদাৰ সকলে পুত্ৰ পৌত্ৰাদিক্ৰমে উত্তৰাধিকাৰীসূত্ৰে এই স্বত্ব ভোগ কৰিবলৈ ধৰিলে। অকল সেয়ে নহয়, ৰাজহ সংগ্ৰহৰ সুবিধাৰ্থে তেওঁলোকৰ তলত দিয়া সৈন্য-সামন্তও ক্ৰমে তেওঁলোকৰ নিজা বস্তুৰ দৰে হ'ল। এই সৈন্য শক্তিৰ সহায়ত তেওঁলোকে নিজ নিজ অঞ্চলত সৰ্ব্বময় প্ৰভুত্ব বিস্তাৰ কৰিবলৈ সুযোগ লভিলে। ফলত জমিদাৰসকল খাজানাৰ ভাৰপ্ৰাপ্ত বিষয়া গুচি শান্তিৰক্ষা, দেশৰক্ষা, স্বাস্থ্যৰক্ষা আদি সকলো কৰ্তৃত্বৰ প্ৰভু হৈ পৰিল। ক্ৰমে ক্ৰমে দেশৰ নিয়ম-কানুনৰো তদনুযায়ী পৰিবৰ্ত্তন ঘটোৱা হ'ল। এই সৰ্ব্বময় কৰ্ত্তৃত্ব আৰু উত্তৰাধিকাৰীসূত্ৰে পোৱা জমিদাৰি- এই দুয়োটা বস্তু জমিদাৰসকলৰ কাৰণে ক্ৰমে গৈ হৰিণৰ মাংসই শত্ৰু হোৱাৰ দৰে হ'ল।

বৃটিছৰ আমোলত তলৰ ৰায়তসকলক জমিদাৰসকলে পোনতে মাটিৰ স্বত্ব সমূলি দিয়া নাছিল। কিন্তু বাধ্যত পৰি পিছত ক্ৰমে ক্ৰমে কিছু স্বত্ব দিবলৈ ধৰে। প্ৰথমে ৰায়তৰ পৰা দৰাদৰি আৰু এৰা-ধৰাৰ ওপৰত যি খাজানা পাইছিল তাকেই জমিদাৰে গ্ৰহণ কৰিছিল; কাৰণ জমিদাৰী মাটিৰ

জ'ৰীপ নাছিল। থাক বান্ধি বা থাউকতে একোটা প্ৰাকৃতিক পৰিসীমাৰ মাজত মাটিৰ আনুমানিক পৰিমাণ ধৰি বন্দবস্ত দিয়াৰ নিয়ম চলিছিল।

এইদৰে জমিদাৰসকলে যেতিয়া গৈ মাটিৰ মালিকী স্বত্ব পৰ্য্যন্ত লৈ বহিল তেতিয়া জমিদাৰী অঞ্চল হৈ পৰিল তেওঁ লোকৰ ভৰিৰ তলৰ দূবৰি বন। কেতিয়াবা কোনো জমিদাৰ হৈ পৰে ৰাম ৰজা, কোনো কোনো সময়ত আকৌ হৈ পৰে ৰাৱণ-ৰজা। কাৰো দিনত ৰায়তে মাটিৰ ওপৰত স্বত্ব পোৱা যেনেই অনুভৱ কৰে, আকৌ কাৰো দিনত বা ৰায়ত হৈ পৰে গিৰিহঁতৰ বস্তুৰ লগত সম্বন্ধ নথকা পথৰ ভিখাৰী বা বাটৰ বাটৰুৱাৰ দৰে। কোনো কোনো সময়ত মাটিও হৈ পৰে তিনি গিৰীৰ সীমাৰ বস্তুৰ দৰে। গাঁৱলীয়া প্ৰবাদ আছে বোলে—তিনি ঘৰৰ সীমাত শগুণেও শ নাখায়। অৰ্থাৎ শ গেলি পচি যায়। জমিদাৰী মাটিৰো অনেক ক্ষেত্ৰত তদ্ৰূপ অৱস্থা হৈছিল। *

বৃটিছ আমোলৰ আগতে অসমৰ ৰাজহ-প্ৰণালী আৰু ভূমি-

* The Zaminders were not originally land-owners, but Revenue Agents subject to official appointment by warrant and with no power of alienation. It was a gradual process by which the position became hereditary & turned into lordship.—Land Revenue in British India—Baden Powell.

স্বত্ব সম্পৰ্কে আগতে আলচ কৰা হৈছে। অসমৰ ৰাজহ-প্ৰণালী যে ভাৰতৰ অন্যান্য ঠাইৰ ৰাজহ-প্ৰণালীতকৈ কিঞ্চিৎ পৃথক ধৰণৰ আছিল তাক কোনেও নুই কৰিব নোৱাৰে। অসমত গঢ়ি উঠিছিল তৰপে-তৰপে বিষয়া, খলপে খলপে পদ-মৰ্য্যাদা আৰু স্থানে-স্থানে সম্ভ্ৰান্ত পৰিয়াল। আহোম ৰজা-সকল ভূমিৰ মালিকী স্বত্ব কাকো ক'তো নিদিবলৈ সতৰ্ক আছিল। সেইবাবে খেতিৰ মাটিবোৰ খেতিয়কে বছৰৰ খেতিৰ কাৰণেহে পাইছিল। ডাঙৰ ডাঙৰ বিষয়াসকলে নিজৰ ভৰণ-পোষণৰ বাবে যি পাইছিল তাকো কোনো প্ৰকাৰ চিৰস্থায়ী বন্দবস্তত দিয়া নহৈছিল। তথাপি অন্য মাটিৰ তুলনাত এই মাটি একপ্ৰকাৰ সম্পত্তি হৈ পৰিছিল। * তেওঁলোকে শাসনত সদায় ভঙা-পতাৰ দ্বাৰা যাতে ক্ষমতাৰ সমতা ৰক্ষা কৰিব পৰা যায় তালৈ লক্ষ্য ৰাখিছিল। এজন বিষয়াক কিছু ক্ষমতা দিলে লগে লগে তেওঁক এক পিনে পঙ্গু ৰাখিবলৈও ব্যৱস্থা কৰা হৈছিল। তেওঁলোকে সমূহীয়া হিচাপে কাকো বৰকৈ বিশ্বাস

* Proprietory right in land was apparently not thought of and the lordship, by grant or by official position, over an area which the serfs or subjects tilled and from which the requirement of the lord's household were supplied was the only from of "estate", other than that implied by the peasant holding.

—Baden Powell

নকৰিছিল, কিন্তু যি কোনো ঠাইৰ দুই একোজন বিশেষ ব্যক্তিক যথেষ্ট প্ৰাধান্য আৰু ক্ষমতা দিছিল, আৰু তেওঁলোকৰ সহায়তেই শাসনকাৰ্য্য সুকলমে চলাইছিল। উদাহৰণ স্বৰূপে কব পাৰি যে কামৰূপীয়া প্ৰজাক তেওঁলোকে বিশ্বাস কৰিবলৈ টান পাইছিল আৰু ক্ষমতা বৰকৈ নিদিছিল, কিন্তু সেইবুলি চান্দ-কুছীয়া বৰুৱা আদি কিছুমান পৰিয়ালক আকৌ অপৰ্য্যাপ্ত ক্ষমতা প্ৰদানৰ দ্বাৰা বিশ্বাস-ভাজন কৰি তুলিছিল। সম্ভ্ৰান্ত লোক আৰু বিষয়াসকলে চাকৰ-নাকৰ, পাইক-জমি আদি পাইছিল সঁচা, কিন্তু সেইবোৰৰ স্থায়িত্ব নাছিল, আৰু সেইবাবেই সকলোৱে ৰাজ শক্তিৰ ওপৰত ভীতিপূৰ্ণ আস্থা ৰাখিছিল। আহোম-ৰাজত্বৰ পূৰ্ণ পয়োভৰ আছিল শিৱসাগৰ জিলাত। সেইবাবে দৰং ( মঙ্গলদৈ ) নগাওঁ আদি কিছুমান ঠাই শান্তিত আছিল। কাৰণ যুদ্ধৰ সময়ত কিছুমান সৈন্য পঠিয়ালেই এই ঠাইবোৰ বহুপ্ৰকাৰে নিশ্চিন্ত থাকিব পাৰিছিল। সেইবাবে এনেবোৰ ঠাইত সুকীয়া সুকীয়া ধৰণৰ কিছুমান সুকুমাৰ কলা আৰু কৃষ্টি-সম্ভাৰ গঢ়ি উঠিছিল। যেনে মঙ্গলদৈৰ ওজাপালি, বিয়াহৰ গীত, দেওধনি, মাৰৈ পূজা, দেউল ইত্যাদি।

বৃটিছ শাসনৰ লগে লগে মাটিৰ বন্দবস্তিৰ ক্ৰমাৎ পৰিবৰ্ত্তন ঘটে। তেওঁলোকে অসমত ঘাইকৈ ৰায়তোৱাৰী প্ৰথাৰে ৰাজহ তুলিবলৈ স্থিৰ কৰে আৰু তদনুযায়ী মাটিৰ মোটামুটি ধৰণৰ মেপ কৰায়। প্ৰথমে বৃটিছ আমোলত একেখন বহীকে চিঠা আৰু জমাবন্দিৰূপে ব্যৱহাৰ কৰা হৈছিল। তাত দখলকাৰ

সকলৰ নাম আৰু মাটিৰ পৰিমাণ এইদৰে লিখা হৈছিল—
তুলাৰাম শইকীয়া পি· ৺যদু শইকীয়া গড়ৰ উঃ ৮তাৰ

তপূঃ ৬তাৰ, তদ ৩তাৰ, তপ ৩তাৰ ; ইয়াৰ ভিতৰত কমবেছি ৩ বিঘা—খাজানা ২৲

ৰেট ৷৯ পাই।

অৰ্থাৎ মূল সূত্ৰ আছিল তপূ ( তাৰমানে ততঃ পূৰ্ব্বে ), তদ ( ততঃ দক্ষিণে ), তপ ( ততঃ পশ্চিমে ), তউ ( ততঃ উত্তৰে )।

এইদৰে ধৰ্ম্মপ্ৰাণ ভাৰতৰ কোনো ঠাইতে ঠিক ইউৰোপৰ ফিউডেলিজমৰ অৰ্থত মাটিৰ স্বত্ব কোনো দিন স্থায়ীভাৱে কাকো দিয়া নহৈছিল। অসমৰ আহোম যুগৰ শাসন ব্যৱস্থাই কিন্তু ইউৰোপীয় ফিউডেলিজমৰ সম্পূৰ্ণ প্ৰতিচ্ছবি দাঙি নধৰিলেও তাৰ এটা আভাস দিয়ে। সেই যুগত অসমত সাধাৰণ লোকৰ ব্যক্তিগত ক্ষমতা আৰু স্বাধীনতা প্ৰায় নাছিল বুলি কলেও বেছি ভুল নহব।

---

# তলতীয়া ৰায়ত

মাটিৰ পট্টন লোৱা মানুহকে পট্টাদাৰ বা ৰায়ত বোলা হয়। পট্টাদাৰৰ তলত কিছুমান নিয়ম আৰু নিৰ্দিষ্ট কৰ-কাটলৰ অধীন হৈ মাটি খোৱা মানুহক তলতীয়া ৰায়ত বোলা হয়। পট্টাদাৰে ঘাইকৈ দুটা কাৰণত তলতীয়া ৰায়ত বহুৱায়; যেনে, (১) নিজে চম্ভালিব নোৱাৰা হেতুকে আনক দি নিজৰ আয় বঢ়োৱাৰ উদ্দেশ্যে, আৰু (২) কোনো এক অনুষ্ঠান চলাবলৈ উৎপন্নৰ বাট উলিয়াবৰ কাৰণে। প্ৰথম প্ৰকাৰত পট্টাদাৰ নিজে খেতিয়ক হবও পাৰে কিন্তু তেওঁৰ মাটি পৰিমিততকৈ বেছি থকা কাৰণে নিজে চম্ভালিব নোৱাৰি সেইবোৰত ৰায়ত বহুৱায় অথবা ৰায়তক সেইবোৰ খাবলৈ দিয়ে।

অনুষ্ঠানৰ কাৰণে, ঘাইকৈ ধৰ্ম্মানুষ্ঠানৰ কাৰণে আগৰ দিনত ৰজাই ভূমি দান কৰিছিল। এই ভূমিৰ পৰা পোৱা উৎপন্নেৰে অনুষ্ঠানটো চলি আছিল। সেই দৰে পণ্ডিত বা গুণৱান ব্ৰাহ্মণকো ৰজাই ভূমি দান কৰিছিল, আৰু সেই ভূমিৰ উৎপন্নেৰে দানগ্ৰাহীসকল বৰ্ত্তি আছিল।

সেইবোৰত বাহিৰেও ইংৰাজৰ আমোলত ভূমি দান-বিক্ৰী-হস্তান্তৰৰ সামগ্ৰী হৈ পৰাত ধনী ব্যক্তিসকলে যিমান পাৰে তাক কিনি লবলৈ ধৰিলে, আৰু সেইদৰে ঢেৰ ভূ-সম্পত্তি

কৰি লৈ তাত ৰায়ত বহুৱাই তাৰ উৎপন্নেৰে তেওঁলোক চলিবলৈ ধৰিলে। অন্য কথাত ভূমি হৈ পৰিল বেপাৰৰ এটি উৎকৃষ্ট সমল, পণ্যদ্ৰব্য। এনেকুৱা ভূমি-ক্ৰয় আৰু সম্পত্তি বৃদ্ধিত কোনো প্ৰকাৰ সীমা বা বাধা নথকা কাৰণে ইচ্ছামতে সম্পত্তি কিনি লৈ ধনীবোৰ আৰু বেছি ধনী আৰু ভূমিহীন সকল আৰু বেছি দুখীয়া হৈ যাবলৈ ধৰিলে। ভূমি-বৃত্তি জীৱিকাৰ এটা অৱলম্বন হৈ পৰিল। মাৰি-মৰক হলে মৰা-শৰ ওপৰত শগুণৰ আনন্দ-কোলাহল আৰু খিকিন্দালি বঢ়াৰ দৰে দুৰ্যোগ বা দেশজুৰি হোৱা আকালত কৃষকসকল জুৰুলা হৈ উপায়হীন হলে ধনীসকল তেওঁলোকৰ ওপৰত জপিয়াই পৰে আৰু অলপ দামতেই দুখীয়া খেতিয়কৰ পৈতৃক ভূমিখিনি কিনি লৈ তেওঁ-লোককে তলতীয়া ৰায়ত বনায়। আগৰ দিনত কানি খাবলৈ বা মদ খাবলৈ ধন ধাৰে দি তাৰ সুতত মাটিখিনি কিনি ৰাখি ভূস্বামী বা সাধাৰণ কথাত জমিদাৰ হোৱা লোক বহুত আছিল। আজিও ভিতৰুৱা গাঁৱত আৰু জনজাতীয় লোকৰ বসতিপূৰ্ণ ঠাইত এনে ধৰণৰ অত্যাচাৰ একেবাৰে উঠি যোৱা নাই। আজিও বেপাৰীসকলে গৈ এনে ঠাইত বহুত সুতত টকা ধাৰে দি আঠ-দহ বছৰৰ ভিতৰতে একো একোটা চুবুৰী কিনি লোৱাৰ প্ৰমাণ অনেক আছে। ৰঙিয়াৰ তামোলপুৰ আৰু ডেকেলি অঞ্চলত এনে ধৰণৰ প্ৰথাও সৌ সিদিনালৈ আছিল যে কুৰিত কুৰিমোণ ধান আৰু মূলখিনি ঘূৰাই দিয়া বন্দবস্তত টকা ধাৰে দিয়া হয়। অৰ্থাৎ বাৰিষা লাওপানী তৈয়াৰ কৰিবলৈ ধান

নাথাকিলে বা মদ কিনিবলৈ পইচা নাথাকিলে মানুহে একুৰি টকা মহাজনৰ পৰা ধাৰে আনে এই বন্দবস্তত যে ধান পকিলে এই টকাৰ সুতৰূপে কুৰি মোণ ধান দিব আৰু মূল টকা ঘূৰাই দিব। টকা দিব নোৱাৰিলে সুত সেইমতে চলি থাকিব। মূলৰ টকাৰ সলনি ধৰুৱাৰ মাটি-জমিখিনি কিনি লৈ ধৰুৱা ৰায়তক বহতীয়া কৰি লোৱা মহাজনো বহুত আছে। এনে মদাহী লোকৰ দ্বাৰা জঙ্গলী মাটি ভাঙি লৈ তেনে লোককেই তলতীয়া ৰায়ত পাতি চৰকাৰী বা একচনীয়া মাটিতে চৰকাৰে নজনাকৈ জমিদাৰ হৈ থকা মহাজনো অনেক পোৱা যায়।

বুদ্ধিজীৱী ধনীসকলে বৃটিছৰ আমোলত আৰু তাৰ আগৰ পৰাও এনে ধৰণৰ অনেক উপায় অৱলম্বন কৰি আহিছে। ধন ধাৰে দি সুতত ধৰুৱাৰ পট্টাৰ মাটি লিখাই লৈ ভূস্বামী হোৱা জমিদাৰ আন নালাগে গুৱাহাটীতেই অনেক আছে। গুৱাহাটী চহৰৰ গাতে লাগি থকা বেলতলা মৌজাৰ অধিকাংশ মাটিয়েই অখেতিয়ক মালিকসকলৰ পট্টাৰ জমি। এই মালিকসকলৰ শতকৰা ৯৯ জনেই নিজৰ পট্টাৰ মাটিৰ চৌহদ নাজানে। এনেকুৱা অখেতিয়ক ভূস্বামীৰ হাতৰ পৰা ভূমি আনি প্ৰকৃত খেতিয়ক ৰায়তক দিয়াই ভূমি সংস্কাৰৰ অন্যতম লক্ষ্য বুলি আগতে উল্লেখ কৰা হৈছে। সেই বুলি তলতীয়া ৰায়ত যে নাথাকিব এনে নহয়; কিছুমান লোকে, যেনে, বাঁৰী তিৰোতাই, নাবালকে আৰু ৰুগ্ন পট্টাদাৰে আনক মাটিখিনি দি তাৰ ফচলেৰে জীয়াই থাকিব লাগিবই।

বুদ্ধিজীৱী ভূস্বামীসকলে ৰায়তসকলক দখল-স্বত্বৰ পৰা বঞ্চিত কৰিবৰ কাৰণে আজিকালি নানা প্ৰকাৰৰ কুট-বুদ্ধি খটোৱা দেখা যায়। কেতিয়াবা তেওঁলোকে ৰায়তক ৰে'ণ্ট লৈ ৰচিদ নিদিয়ে, কেতিয়াবা ভুলকৈ দিয়ে, কেতিয়াবা অসম্পূৰ্ণকৈ মাটিৰ চন-তাৰিখৰ উল্লেখ নিদিয়াকৈ দিয়ে, কেতিয়াবা আকৌ ৰায়তৰ নাম সলাই অন্য নামত দিয়ে, ইত্যাদি। কোন চনৰ খাজানা, কোনখিনি মাটিৰ খাজানা, কাৰপৰা পোৱা হ'ল; ৰায়ত কোন, ৰায়তৰ স্বত্ব কি, কিমান খাজানা, খাজানাৰ নিৰিখ কি ইত্যাদি কথাৰ বিতং বিবৰণ কাচিতহে কোনো ৰচিদত দেখা যায়। অধিকাংশ জমিদাৰৰে ছপা ৰচিদ বহী নাই; তেওঁলোকে সাধাৰণ টুকুৰা কাগজত ছিল-মোহৰ নথকাকৈ আৰু ৰে'ণ্ট-গ্ৰহীতাৰ নাম মাতিব নোৱাৰাকৈ পেন্সিলেৰে লিখি দিয়ে। এই ৰচিদবোৰৰ ওপৰতে সম্পূৰ্ণ নিৰ্ভৰ কৰিবলৈ হলে পুৰুষানুক্ৰমে মাটি খোৱা তলতীয়া ৰায়তকো ৰায়ত বুলি স্বীকাৰ কৰা আইনতঃ কঠিন হৈ পৰে। তেনে পৰিস্থিতিত তলতীয়া ৰায়তৰ অৱস্থা কি হয় তাক সহজে অনুমান কৰা যায়।

ভাৰতৰ জন-সংখ্যাৰ শতকৰা ৭০ জনেই কৃষি-জীৱী। ভাৰতীয় কৃষিৰ কিন্তু বিশেষত্ব এই যে ই কৃষিকাৰ্য্যৰ প্ৰণালী সম্পৰ্কে সদায় পুৰণি নীতি মানি চলে, বতৰৰ ওপৰত নিৰ্ভৰ কৰে আৰু উত্তৰাধিকাৰীসূত্ৰে খণ্ড-বিখণ্ড হোৱা ভূমি-নীতি মতে কাম কৰে। ভাৰতৰ যি অনাবাদী জমি আছে তাৰ ভিতৰত খেতিৰ উপযোগী জমিৰ পৰিমাণ শতকৰা এঘাৰ। তলতীয়া

ৰায়তসকলৰ অধিকাংশই পুৰুষানুক্ৰমে দখল কৰা জমিত খেতি কৰে। অকল অসমৰেই নহয় ভাৰতৰ সকলো ঠাইৰে ৰায়তে-খোৱা জমিবোৰ এসময়ত হয়তো এই ৰায়তসকলৰেই আছিল— অভাৱৰ তাড়নাতহে এইবোৰ বিক্ৰী কৰি দিয়া হৈছিল। সেইদৰে অৱস্থাৰ হেঁচাচেপাত তেওঁলোক নিজৰ ঘৰতেই আলহী হৈছিল। কোনো কোনো ক্ষেত্ৰত আকৌ ৰজাই দান কৰি দিয়া ভূমিবো দখলকাৰসকল তলতীয়া ৰায়ত হৈ পৰিছিল।

পুৰণি কালত তলতীয়া ৰায়ত হোৱা একো লাজৰ বা ক্ষতিৰ কথা নাছিল। কাৰণ ভূস্বামীয়ে চৰকাৰী ৰাজহতকৈ কিঞ্চিৎ মাত্ৰ অধিক খাজানা ৰায়তৰ পৰা লৈছিল। ৰায়তেও ভূস্বামীক অশেষ শ্ৰদ্ধা আৰু নানান প্ৰকাৰে সাহায্য কৰিছিল। তেওঁ-লোকেও ভূস্বামীৰ পৰা নানান প্ৰকাৰে সা-সুবিধা পাইছিল। যেনে, কিবা আকস্মিক দুৰ্যোগ উপস্থিত হলে বা অন্য কিবা কাৰণত অসমৰ্থ হৈ পৰিলে বছৰৰ পাছত বছৰকৈও তেওঁলোকে খাজানা নিদিয়াকৈ আছিল। অকল সেয়ে নহয়, কেতিয়াবা কেতিয়াবা ভূস্বামীৰ পৰা আৰ্থিক সাহায্যও লভিছিল। এতিয়াও কোনো কোনো জমিদাৰৰ পুৰণি বহীত "কন্দাকটাৰ বাবে মাফ", "দুৰ্দ্দশাৰ কাৰণে ৰেহাই", "দুৰ্য্যোগৰ কাৰণে আধা মাফ" এনে ধৰণৰ মন্তব্য লিখি থোৱা পোৱা যায়। মাটিৰ গিৰীৰ আগত নিজৰ দুখ দুৰ্গতি আৰু বিফলতাৰ কথা কৈ কন্দাকটা কৰিলেও কেতিয়াবা কেতিয়াবা ৰায়তে খাজানা মাফ পাইছিল।

এই খিনিতেই ৰঙিয়া অঞ্চলৰ এজন স্থানীয় জমিদাৰৰ কথা মনত পৰিল। জমিদাৰ মানে বহুত মাটি থকা আৰু ৰায়তক সেই মাটি খাবলৈ দিয়া মানুহ। ১৯৫২ চনত ৰঙিয়াৰ দক্ষিণ অঞ্চলত বৰ ডাঙৰ বানপানী হোৱাত কামৰূপৰ ডেপুটী কমিচনাৰ চাহেবে অভাৱগ্ৰস্ত অঞ্চলত সাহায্য-ঋণ দিবলৈ আৰু সম্ভৱস্থলত ধান আটক কৰি হাতে হাতে দাম লৈ বিপদাপন্ন নিৰন্ন সকলক বিতৰণ কৰিবলৈ আদেশ জাৰি কৰিছিল। পীড়িত অঞ্চল পৰিদৰ্শন কৰিবৰ কাৰণে পানী কিছু কাম কটাত ডেপুটী কমিচনাৰ চাহেবো নিজে গৈছিল। তাতে তেওঁ খবৰ কৰি গম পালে যে তাৰে স্থানীয় লোক এজনৰ প্ৰায় এহেজাৰ মোণ ধান ভঁৰালত আছে। নতুন চিকাৰ পাই চিকাৰীৰ মন উজ্জ্বল হোৱাৰ দৰে খবৰটো পাই তেওঁৰ মন উজ্জ্বল হ'ল। তেওঁ পোনেই আমাক সকলোটিকে ওচৰলৈ মাতি নি সেই ধান ইমান দিনে কিয় আটক কৰা হোৱা নাই সুধিলে। ধান চাউলৰ বিভাগীয় কৰ্ম্মচাৰীজনে টপৰাই উত্তৰ দিলে "ৰাইজে নিদিয়ে ছাৰ।" কথা শুনি ডেপুটী কমিচনাৰ কাৰ্ভালহো চাহেবে গৰ্জ্জি উঠিল—'কি নিৰৰ্থক কথা কৈছা? ৰাইজক ধান লাগে আৰু তেনেস্থলত তেওঁলোকে বাধা দিব কিয়?" উত্তৰত কৰ্ম্মচাৰীজনে কলে—"ৰাইজকে সোধক ছাৰ; সিদিনা মোক এওঁলোকেই বাধা দিছিল।" ডি-চিয়ে সুধিলে আৰু উত্তৰ পালে "ডাঙৰীয়া অস্য কৰবাৰ পৰা কাৰবাৰ ধান আনি দিব পাৰে যদি দিয়ক; ইয়াত খাবলৈতে বৰশী নাবাব। এওঁৰ ধান মুঠিৰ ওপৰতে আমি

বৰ্ত্তি আছোঁহক। এওঁ আমাৰ পৰা এই দুৰ্দ্দিনত ধানৰ দাম নলয়। অহা বছৰত আমাৰ ধান হলে সেই পৰিমাণে তেওঁক ধান দিলেই হব। সুত নাই। দাম নাই। এনে সুবিধা চাহেবে জানো আমাক দিব ?"

চাহেব আচৰিত হ'ল। তেওঁ আৰু কিছু কথা হৈ জানিব পাৰিলে যে সঁচাকৈয়ে সেই ধানৰ ভঁৰাল ৰাজহুৱা ধানৰ ভঁৰালৰ দৰে। মানুহবোৰে কৃতজ্ঞতাবশতঃ জমিদাৰজনৰ প্ৰায় পঁচিশ পূৰাৰ পথাৰ এখনত লগ-হাল বাই খেতি কৰি দিয়ে। এনে মহাজন কিন্তু বিৰল। অন্য প্ৰকাৰে আকৌ তেওঁৰ লাভৰ পৰিমাণো কম নহয়।

আজিকালি সাধাৰণতে ৰায়তেও জমিদাৰক নামানে. জমিদাৰেও ৰায়তৰ হাড়-ছাল ৰুকি নিব খোজে। ফলত দুয়ো দুয়োৰো বৈৰী। চৰকাৰে জমিদাৰৰ মাটিবোৰ নি ৰায়তক ভগাই দিলেই মাটিৰ সমস্যা নমৰে। খেতিৰ উন্নয়নৰ ব্যৱস্থা কৰিলেহে মৰিব।

অকল অসমতে নহয়, ভাৰতৰ সকলোবোৰ প্ৰদেশতে তলতীয়া ৰায়ত ভৰি আছে। পাঞ্জাৱৰ খেতিৰ মাটিৰ প্ৰায় আধাখিনি তলতীয়া ৰায়তৰ দখলত।* বঙ্গদেশত খেতিকৰা মাটিৰ প্ৰায় এক পঞ্চমাংশ আধি খেতিৰ মাটি। উত্তৰ প্ৰদেশতো তলতীয়া ৰায়তৰ সংখ্যাই প্ৰায় ২৭ লাখ। মাদ্ৰাজতো শতকৰা

---

* 'Land Problems of India' by Dr. Radhakamal Mukerjee.

প্ৰায় ৩০ জন খেতিয়কেই পৰৰ মাটি খায়। বোম্বাই প্ৰদেশত খেতিয়ক পট্টাদাৰৰ গড়ে দহ একৰকৈ মাটি আছে, অথচ অখেতিয়ক পট্টাদাৰৰ আছে প্ৰায় ষোল একৰকৈ। এনে হোৱা সত্বেও অখেতিয়ক মাটি-গিৰীসকলে কয় যে তেওঁলোকৰ হাতত মাটি থকা কাৰণেহে খেতিয়কে আৱশ্যকমতে সেই মাটি লৈ অনাৱশ্যক হলে বা খাব নোৱাৰিলে এৰি দিব পাৰে। ই তেওঁলোকৰ মতে কৃষকক প্ৰয়োজন অনুযায়ী মাটি লবলৈ সুযোগহে দিছে। অৱশ্যে মাটি-গিৰী ভাল হলে দেশত তেনে ধৰণৰ সম্বন্ধ এটা গঢ়ি উঠাত যে ডাঙৰ সহায় হয় তাক সকলেও চলে।

এনেবোৰ জমি অধিগ্ৰহণ কৰি প্ৰকৃত কৃষক-ৰায়তসকলক দাম লৈ ভগাই দিয়াৰ কথা এটা উঠিছে। অৱশ্যে এনে সুযোগতে যন্ত্ৰচালিত খেতি কৰিব পৰা হলে উৎপন্নৰ ফালেদি অশেষ মঙ্গলৰ কাম হ'লহেঁতেন, কিন্তু তাকে কৰিলে নিবনুৱা সমস্যা ভৰি পৰিব। যেতিয়ালৈকে খেতিয়কক অন্য কামত লগাব পৰা নাযায় তেতিয়ালৈকে সম্পূৰ্ণভাৱে যন্ত্ৰচালিত খেতিৰ কাম হাতত লব নোৱাৰি।

জাপানৰ দৰে দেশতো যন্ত্ৰ-চালিত খেতিত কৈ মানুহৰ দুহাতেৰে পৰিশ্ৰম কৰি কৰা খেতিত বেছি নিৰ্ভৰ কৰা হয়। জাপানৰ জন সংখ্যাৰ শতকৰা ৪৬ জনেই কৃষি-জীৱী। তাৰেই আকৌ শতকৰা ৭০ জনেই ভূমিহীন তলতীয়া ৰায়ত। তাতো অনুপস্থিত বা অখেতিয়ক মালিক আৰু মধ্যস্থ ব্যক্তি (middleman) উঠাই দিবলৈ কাৰ্য্য হাতত লোৱা

হৈছে। (১) এজন আমেৰিকাৰ চাহেবে জাপানৰ মানুহৰ পৰিশ্ৰম দেখি কৈছে "জাপানৰ শিলবোৰতো মানুহৰ হাতৰ সঁাচ পৰি আছে। ধৰাৰ পৰা মানুহে কিমানখিনি আদায় কৰিব পাৰে তাৰ শিলিবোৰেও তাৰে সাক্ষী দিয়ে। আগ্নেয়গিৰি আৰু আগ্নেয় পদাৰ্থবোৰত বাহিৰে মানুহে তাৰ বাকী সকলো জমিতে হাত দিছে। (২)

চীন দেশ আকৌ অসমৰ দৰে পাহাৰ পৰ্ব্বতেৰে ভৰা। তাত একে টুকুৰা মাটিতে জাপানত কৰাৰ দৰে বছৰি ২।৩টা ফচল কৰা হয়। তাত ভূমি-সংস্কাৰৰ কাম হাতত লৈ অখেতিয়ক জমিদাৰ শ্ৰেণীৰ জমি অধিগ্ৰহণ কৰি খেতিয়কক দিয়া হৈছে। কিন্তু জমিদাৰ আৰু ধনী খেতিয়ক এই দুয়োটা শ্ৰেণীৰ ভিতৰত পাৰ্থক্য ভালকৈয়ে ৰখা হৈছে। ভূমি সংস্কাৰত অখেতিয়ক জমিদাৰসকলৰহে জমি অধিগ্ৰহণ কৰা হৈছে, ধনী খেতিয়ক-

---

(১) It is true that more than 46 percent of the total population or about 40 million people derives its living from the land. And of this 37 or 38 million that constitute the agricultural population, nearly 70 percent or 26 million cultivators are landless tenants. * * Both the middleman and the absentee rich land-owner will be aholished—"Hungry People & Empty Lands"—by *S.* Chandrasekhar.

(২) Japan is the country where the stones show human finger prints, where the pressure of men on earth has worn through the iron rock. There is nothing in Japan but the volcanoes and the volcanic wastes that men have not handled—Archibald Macleish.

সকলৰ জমি লোৱা হোৱা নাই। কাৰণ জমিদাৰসকলে নিজে খেতি নকৰে, পৰৰ মূৰত কঁঠাল ভাঙে; ধনী খেতিয়কে হলে নিজে খেতি কৰে। যদি কোনো জমিদাৰৰ খেতিৰ মাটি আৰু কলকাৰখানাৰ মাটি এই দুয়ো প্ৰকাৰৰ মাটি অপৰ্য্যাপ্ত আছে তেনেহলে তেওঁৰ খেতিৰ মাটিহে অধিগ্ৰহণ কৰা হৈছে। (৩)

( ৩ )

ভাৰতত ৰায়ত ঘাইকৈ দুই শ্ৰেণীৰ, যেনে তলতীয়া ৰায়ত আৰু তলতীয়াৰ তলতীয়া ৰায়ত। তলতীয়া ৰায়তৰো আকৌ অনেক শ্ৰেণী আছে, যেনে সুবিধাভোগী ৰায়ত, দখল স্বত্বৰ ৰায়ত আৰু স্বত্বহীন ৰায়ত। স্বত্বহীন ৰায়তকেই জমিদাৰৰ ইচ্ছাধীন ৰায়ত (Tenants at will) বোলা হয়। সুবিধাভোগী আ দখল স্বত্বৰ ৰায়তৰ তলতো কেতিয়াবা ৰায়ত থকা দেখা যায়। এনে ৰায়তক তলতীয়াৰ তলতীয়া ৰায়ত বোলা যায়।

তলতীয়া ৰায়ত আৰু তলতীয়াৰ তলতীয়া ৰায়তে বেলেগ বেলেগ ঠাইত বেলেগ বেলেগ হাৰে খাজানা বা ৰে'ণ্ট দিয়ে। উড়িষ্যাতেই ভাৰতৰ ভিতৰত আটাইতকৈ বেছি হাৰত তলতীয়া ৰায়তে খাজানা ভৰা দেখা যায়। উৰিষ্যাৰ গঞ্জম নামে ঠাইত

(৩) We have only confiscated the lands of the landlords and not of the rich peasants. The reason is this. The rich peasants participate in production quite like the industrialists inthe town while the landlord does not participate in production. * * If a landlord is also an industrialist our policy is to confiscate his agricultural land only China to-day.

একৰত ওঠৰ টকাকৈ অৰ্থাৎ বিঘাত ছয় টকাকৈ খাজানা তলতীয়া ৰায়তে জমিদাৰক দিয়ে। বোম্বাইত আকৌ ভাৰতৰ ভিতৰত আটাইতকৈ অধিক হাৰত তলতীয়াৰ তলতীয়া ৰায়তে খাজানা ভৰে ; একৰত ২৬৷৷/০ অৰ্থাৎ বিঘাতপ্ৰায় ন টকা। শস্যৰ আধিৰো হাৰ তাতেই আটাইতকৈ বেছি ; উৎপন্নৰ ⅓ অংশৰ পৰা ¾ অংশলৈ।

উপৰুক্ত বৈষম্যবোৰ দূৰ কৰিবৰ কাৰণে প্ৰত্যেক প্ৰদেশতে প্ৰজাস্বত্ব আইন তৈয়াৰ হৈছে বা হব লাগিছে। অসমত পোনতে ১৯২৯ চনত গোৱালপাৰা প্ৰজাস্বত্ব আইন তৈয়াৰ হৈছিল। তাৰ পিছত ১৯৩৫ চনত অসম ( অস্থায়ী বন্দবস্তৰ জিলাবোৰৰ) প্ৰজাস্বত্ব আইন ‘পাছ’ হয়। তাৰ পিছৰ পৰা এই আইনবোৰ আৱশ্যকমতে সংশোধিত আৰু পৰিবৰ্দ্ধিত হব লাগিছে।

অসমত সুবিধাভোগী ৰায়ত হবলৈ হলে কমপক্ষে বাৰ বছৰ একেৰাহে জমিৰ দখলত থাকিব লাগিব আৰু দখলী মাটিৰ সাধাৰণতে যি খাজানা হব তাতকৈ ৰায়তে কেতিয়াও বেছি খাজানা দিব নালাগিব। উদাহৰণ স্বৰূপে যদি দখলী মাটিৰ চৰকাৰী খাজানা ( শ্ৰেণী অনুযায়ী ) বিঘাত ডেৰ টকা হয় তেনেহলে সুবিধাভোগী ৰায়তেও ডেৰ টকাতকৈ এপইচাও বেছি দিব নালাগিব। অৱশ্যে তেনে খাজানাৰ আধা দি বাকী খাজানাৰ কাৰণে খাটি দিলেও হয়। নতুবা মন্দিৰৰ জমি হলে বন্দবস্তমতে নিৰ্দিষ্ট নিৰিখত ‘ভোগ’ দিলেও হয়।

দখলী-স্বত্বৰ ৰায়তেও জমি একেৰাহে কমপক্ষে ধাৰ বছৰ দখল কৰিব লাগিব আৰু নিৰ্দিষ্ট হাৰে খাজানা বা ৰে'ণ্ট জমিদাৰক দি থাকিব লাগিব। কিন্তু সেই খাজানাৰ হাৰ চৰকাৰী খাজানাৰ তিনি গুণৰ বেছি নহব। শস্যেৰে নিৰ্দিষ্ট নিৰিখত খাজানা দিব খুজিলে এক চতুৰ্থাংশৰ বেছি জমিদাৰে নাপাব। ( আগতে ৫ গুণ খাজানা আৰু আধা শস্যৰ বেছি খাজানা লব নোৱাৰিছিল )। আজিকালি সুবিধাভোগী আৰু দখলী স্বত্বৰ ৰায়তে উত্তৰাধিকাৰিত্বৰ আৰু হস্তান্তৰৰ ক্ষমতা পাইছে। অৱশ্যে হস্তান্তৰৰ ক্ষেত্ৰত দেৱালয়ৰ জমি হলে দেৱালয়ৰ ধৰ্ম্মৰ মানুহকহে দান-বিক্ৰী-হস্তান্তৰ কৰিব পাৰিব আৰু তাৰ আগতে দলৈক বা পট্টাদাৰক দস্তুৰমতে জাননী দিব লাগিব। আগতে জমিদাৰ বা ভূস্বামীৰ বিনা অনুমতিত মাটি হস্তান্তৰ কৰিব নোবাৰিছিল; আৰু দখল আনক দিব নোৱাৰিছিল. এতিয়া পাৰে; কিন্তু তাৰ আগতে পট্টাদাৰক জাননী ( নোটিচ ) দিব লাগে আৰু ধৰ্ম্মানুষ্ঠানৰ মাটি হলে সেই ধৰ্ম্মৰ লোককহে দান-বিক্ৰী-হস্তান্তৰ কৰি দিব পাৰে। মাটিৰ মালিক বা জমিদাৰে ইচ্ছা কৰিলেও দখলী স্বত্বৰ খাজানা ১৫ বছৰৰ ভিতৰত টকাত তিনি অনাতকৈ বঢ়াব নোৱাৰে। তেনেকৈয়ে তলতীয়া ৰায়তে ভূস্বামীক ৰায়তে দিয়া খাজানাৰ শতকৰা পঞ্চাশতকৈ বেছি লব নোৱাৰে। পোনতে ইয়াৰ সীমা ধাৰ্য্য নাছিল। আগতে দখলী স্বত্বৰ ৰায়ত আৰু অস্থায়ী ৰায়তে বন্দবস্তিৰ সময় উকলি যোৱাৰ ছমাহৰ আগতে সেই জমিত থাকিবলৈ ইচ্ছা প্ৰকাশ

কৰি নোটিচ দিহে উচ্ছেদৰ হাত সাৰিব পাৰিছিল, তাকো যিসকল ৰায়ত অন্ততঃ দহ বছৰ একেৰাহে দখলত আছিল তেওঁলোকহে তেনে নোটিচ দিব পাৰিছিল ; এতিয়া ৰায়ত বা তলতীয়া ৰায়তে পাঁচ বছৰ একেৰাহে দখলত থাকিলেই এই স্বত্ব পায়।

( ৪ )

দখলকাৰসকলক মাটি দিওতে আগৰ দিনত গুটি-শস্যৰ লগত সম্বন্ধ ৰাখি মাটিৰ মাপ কৰা হৈছিল। অর্থাৎ যিমানখিনি জোখৰ গুটি-শস্যেৰে যিখিনি মাটি আঁটিব মাটিৰ জোখৰো নাম তাকেই দিয়া হৈছিল। এইদৰেই শস্যৰ দোণ, কঠা আদি মাটিৰ জোখৰো দোণ, কঠা আদিত ব্যৱহাৰ কৰা হৈছিল। কোনো কোনো সময়ত হালৰ লগতো সম্বন্ধ ৰখা হৈছিল, যেনে এখন হালেৰে নির্দ্দিষ্ট সময়ৰ ভিতৰত যি মাটি চহাব পাৰি তাক বোলা হৈছিল—এহালিচা মাটি।

প্রজা-স্বত্ব আইনত ৰায়তৰ স্বত্বৰ পৰিমাণ ঠিক কৰিবলৈ হিচাব-কিতাপ (Record of rights) তৈয়াৰ কৰিবলৈ দিয়া আছে, আৰু ৰায়তক দখলৰ মাটিৰ বিক্রী-হস্তান্তৰ আদিৰো সীমাবদ্ধ ক্ষমতা দিয়া হৈছে। আগতে উত্তৰাধিকাৰীসূত্রত বাহিৰে অন্য সকলোপ্রকাৰ হস্তান্তৰ জমিদাৰৰ অনুমতিক্রমেহে হয়। ইয়াৰেই ছেগ লৈ জমিদাৰে অনুমতিৰ বাবে ইচ্ছামতে 'চালামি' লৈছিল। আজিও অনেক জমিদাৰে ৰায়তৰ পৰা ৰে'ণ্ট বা খাজানা আদায় কৰি ভুল ৰচিদ দিয়াৰ ব্যৱস্থাও কৰে। 'জমিদাৰে দিয়া প্রায়

ৰচিদতে ছপা ঘৰবোৰ ঠিক থাকিলেও লিখা থাকে "আগৰ খাজানা বাবদ শ্ৰীঅমুকাৰ পৰা ইমান টকা পালোঁ।" অথবা "গ'ল বছৰৰ খাজানা বাবদ শ্ৰী অমুকাৰ পৰা ইমান টকা পালোঁ।" ইত্যাদি। তাত মাটিৰ পৰিমাণ, বিবৰণ আদি নাথাকে। ফলত মোকৰ্দ্দমাত বা কিবা আপত্তিৰ বিচাৰত এই কাকতবোৰ অগ্ৰাহ্য হয়।

দেৱালয়ৰ নিস্পিখেৰাজ বা লাখেৰাজ মাটিবো পট্টন নিদিয়া খিনিত নানা ৰকমৰ আমোদজনক ঘটনা ঘটে। মাটি যিখিনি তেনেকৈ কাকত-পত্ৰত গৰাবাদ বা পট্টন নিদিয়াকৈ থাকে সেইখিনি বাৰে বাৰে ৰায়তক দি থাকিলেও নুঢুকায়। কাৰণ দলৈয়ে ৰেজিষ্টাৰি কৰি কাকো পট্টন নিদিয়ে। পাৰপালৰ মাটিতো সেই একে কথা। তেনেবোৰ মাটিৰ দলৈ বা খাদেমে কয় যে ৰেজিষ্টাৰিৰ কাৰণে আদালতলৈ যোৱাটো তেওঁলোকৰ পক্ষে অপমানৰ কথা; ৰায়তে বিশ্বাস কৰিবলৈ টান পালে পট্টন লব নালাগে। তেনে স্থলত উপায় নাপাই দলৈৰ শ্ৰীমুখৰ বাণীকে বা শ্ৰীহস্তৰ অক্ষৰকে বেদৰ বাণীৰূপে বুকুত বান্ধি লৈ ৰায়ত তুষ্ট থাকিব লগীয়া হয়। তেনে কাকতৰ কিছুমানত লিখা থাকে "অমুক দেৱালয়ৰ বা পাৰপালৰ নিঃ খেঃ চৰকাৰী মাটিৰ বৰ্ত্তমান গৰাবাদ থকা পোন্ধৰ বিঘা মাটি শ্ৰীঅমুকাক পট্টন দিলোঁ। তেওঁ খাজানা দি মোৰ ইচ্ছাধীন প্ৰজা হৈ মাটি দখল কৰি থাকিব পাৰিব। গতিকে এনে ধৰণৰ পট্টন অনেক দিলেও মাটি নুঢুকায়। ফলত কেতিয়াবা হয় ৰায়তৰ মাজত

কুৰুক্ষেত্ৰৰ ক্ষুদ্ৰ তাণ্ডৱণ। অনেক সময়ত দলৈয়ে খাজানাৰো ৰচিদ নিদিয়ে। খুজিলে গেজেৰা মাৰি কয়—"হেৰ' এই মোক বিশ্বাস নকৰ নেকি? ইমানবোৰ ৰায়তৰ কোনেও আজিলৈ টু-টাকে নকৰে, ই আকৌ মোৰ পৰা ৰচিদ পালেহে বিশ্বাস কৰে। নালাগে তই মোৰ মাটি খাব।" ইত্যাদি।

নতুন শুধৰণী আইনত প্ৰজাক সুবিধা দিবৰ কাৰণে নানা প্ৰকাৰ নতুন নতুন কৌশল উদ্ভাৱন কৰা হৈছে। আজিকালি জমিদাৰেও ৰায়তৰ ৰে'ণ্ট ৰচিদৰ 'কাউণ্টাৰ-ফইল' বা নকল এটা ৰাখিব লাগে। জমিদাৰ আৰু ৰে'ণ্টভৰা দখলকাৰ দুয়ো এই বিষয়ত সমানে দায়ী। কিন্তু নানা কাৰণত দখলকাৰ ৰায়তবোৰে তেওঁলোকৰ দখলৰ জমি আজিও মণ্ডলক পথাৰত দেখুৱাই নিদিয়ে। তাৰ এটা কাৰণ জমিদাৰৰ বিৰক্তিভাজন হোৱাৰ ভয়। দ্বিতীয় ভয় জানোচা এনে কৰা বাবে জমিদাৰে মাটি কাঢ়ি নি আনক দিয়ে। কাৰ্য্যস্থলত বহুত জমিদাৰে তেনে কৰাও দেখা গৈছে। আজিও ৰে'ণ্ট বা খাজানাৰ ৰচিদ অতি কম সংখ্যক ৰায়তৰহে আছে।

আগৰ দিনত চাহ বাগিচাৰ মালিকসকলেও স্থানীয় লোকক বন্ধুৱা হিচাপে খটাৱৰ কাৰণে নানা উপায় অৱলম্বন কৰিছিল। কানীয়াবোৰক কানি খুৱাই কামত লগাইছিল। অন্যবোৰক ধন ধাৰে দিয়াৰ ব্যৱস্থা কৰি সেই ধাৰত মাৰি তেওঁলোকক বাইছিল। কেতিয়াবা কেতিয়াবা সেই ধাৰৰ সুত আৰু মূলত মাৰি ধৰুৱাৰ পট্টাৰ মাটিখিনি বাগানৰ নামত লিখাই লোৱাৰ

ব্যৱস্থা কৰা হৈছিল। গুৱাহাটীৰ পৰা কুৰি মাইল দূৰত থকা সোণাপুৰ বাগিচাই এইদৰে অশিক্ষিত জনজাতীয় লোকসকলৰ পৰা অপর্য্যাপ্ত মাটি কিনি লৈ আগৰ পট্টাদাৰসকলকেই তলতীয়া ৰায়ত বনাই মাছৰ তেলেদি মাছ ভাজিছিল। তেনেকৈ বাগানৰ মাটি খোৱা ৰায়তসকলে সপ্তাহ বা মাহদিনৰ ভিতৰত নির্দ্দিষ্ট সংখ্যক দিন বাগানত খাটি দিব লাগিছিল; অকল বাগানৰ মালিকেহে যে এনে ধৰণৰ বনুৱাৰ ব্যৱস্থা কৰিছিল এনে নহয় ধনী সম্প্রদায়ৰ অন্যান্য অনেক লোকেও তাকে কৰিছিল। আনকি ১৯২৭ চনৰ জ'ৰীপৰ সময়তো এই প্রথা প্রবলভাৱে চলি আছিল। সেই সময়ৰ কামৰূপৰ চেটেলমেণ্ট অফিচাৰ শ্রীএছ, পি, দেশাই ডাঙৰীয়াই এইকথা তেওঁৰ দক্ষিণ-পাৰ বিভাগৰ খাজানা নির্ণয়ৰ কাৰণে দিয়া ৰিপোর্টত স্পষ্টকৈ উল্লেখ কৰি গৈছে। তেওঁৰ মতে (গুৱাহাটী চহৰৰ পূৱফালে গাতে লাগি থকা) "নুনমাটি গাঁৱত জমিদাৰসকলে পূৰাত আঠ টকাকৈ খাজানা লয় আৰু তলতীয়া ৰায়তসকলে এই খাজানাৰ উপৰিও বছৰত আঠ দিনকৈ প্রত্যেকে জমিদাৰৰ ঘৰত খাটি দিব লাগে। আমচেং গাঁৱতো খাজানাৰ টকাৰ সলনি তলতীয়া ৰায়তৰ পৰা টকাত ৬ দোণ (প্রত্যেক দোণত ৩॥০ সেৰ ওজনৰ) ধান লোৱাৰ উপৰিও ৰায়তে কোনো কোনো ক্ষেত্রত জমিদাৰৰ ঘৰত নির্দিষ্ট সংখ্যক দিন খাটি দিব লাগে। টেপেচিয়া বাগিছাত আকৌ মেনেজাৰে মাটি-খোৱা ৰায়তৰ পৰা পূৰাত সাত টকাকৈ খাজানা লোৱাৰ উপৰিও ৰায়তক কুৰিদিনকৈ দৰমহাৰ

বন্দবস্তত বাগিছাত কাম কৰিবলৈ লগায়।" * এনেবোৰ বেমেজালি ক্ৰমে উঠি যাব লাগিছে, আৰু যিমান সোনকালে এনেবোৰ অসুবিধা উঠি যায় সিমানে দেশৰ কাৰণে মঙ্গলজনক।

---

* At Nunmati the landlords realise Rs, 8/- per Pura and require service for eight days from the tenants. In Amchang Village, cash rent is realised in kind at six Dons ( 3½ seers each ) per rupee and service in addition is required in some cases. In Tepesia, the manager of a tea garden realises Rs 7/- in cash per Pura and expects the tenant to work on wages in his garden for 20 days.—S. P. Desai ( Report on the Re-assessment of the South Bank Group of the District of Kamrup, 1927 ).

# মাটিৰ বাটোৱাৰা আৰু খণ্ড-বিখণ্ড কৰা নীতি

পৈতৃক সম্পত্তিৰ প্ৰতি মোহ মানুহৰ জন্মগত প্ৰবৃত্তি। অৱশ্যে জন্মগত বোলাতকৈ ইয়াক কৰ্ম্মগত বোলাহে উচিত; কিয়নো মানুহৰ চিৰাচৰিত মনোভাব আৰু ৰীতিয়েহে ইয়াক এটা অৱশ্যম্ভাৱী কাৰ্য্যত পৰিণত কৰিছে। হিন্দু আৰু মুছলমান এই দুয়ো সম্প্ৰদায়ৰ ধৰ্ম্মদত্ত উত্তৰাধিকাৰিত্বৰ স্বত্বই পৈতৃক সম্পত্তিৰ প্ৰতি উভয় সম্প্ৰদায়ৰে মোহ বঢ়াইছে। ডাঃ ৰাধাকমল মুখাৰ্জ্জীৰ মতে উত্তৰাধিকাৰিত্বৰ সূত্ৰে খণ্ডীকৰণ নীতি ইংৰাজ বিচাৰকসকলৰ হাতত পৰি আৰু বেছি কাৰ্য্যকৰী হৈছে। (১) আগৰ দিনত খেতিৰ মাটি পৰিয়ালটোৰ অবিভাজ্য উমৈহতীয়া সম্পত্তি আছিল। পৰিয়ালৰ সুস্থ-সবল ডেকাসকলে সদায় দূৰত পাম ধৰি খেতি-বাতি কৰি জীৱিকা উলিয়াইছিল। ঘৰত মাক-বাপেকৰ আল-পৈচান ধৰিবৰ কাৰণে সৰ্ব্ব-সন্মতিক্ৰমে

---

(১) Formerly the cultivation unit was the joint family land and partition was uncommon, now the economic solidarity of the joint family has been affected by the importation of individualistic notions of property. Indeed the tendency towards sub-division which has been manifest in India during the last few decades only, has been the outcome of the interpretation of Hindu and Muhammadan law by English judges, with their strong predilection for individual succession to and private enjoyment of rights in land.

—Land Problems of India—Dr. R. K. Mukherjee.

একোজন পুত্ৰেক ঘৰ-ৰখীয়া হৈ আছিল। পিতৃ-বিয়োগৰ পিছত ভূ-সম্পত্তিৰ কাৰণে কোনো দিন দন্দ-খৰিয়াল নহৈছিল। তাৰ মূল কাৰণ ভূসম্পত্তিৰ কোনো আৰ্থিক মূল্য নাছিল। ই কেৱল ভোগ-দখলৰহে সামগ্ৰী আছিল। ইংৰাজ ৰাজত্বৰ লগে লগে, ভূ-সম্পত্তি কিনা-বেচা কৰিব পৰা হোৱাত ইয়াৰ প্ৰতি মানুহৰ আক্ৰোহ বাঢ়িল। লগে লগে ইয়াৰ বাবে মানুহৰ মাজত হাই-কাজিয়াও চৰি আহিল।

পণ্ডিত নেহৰুৰ মতে ইংৰাজসকলে ভাৰতৰ শিল্পজীৱী আৰু কলাবিদসকলৰ ৰোজগাৰ কলে-কৌশলে বন্ধ কৰি দিয়াত তেওঁলোকে খেতিত লাগিবলৈ ব্যধ্য হ'ল। ফলত অন্য দেশৰ লোকে যেতিয়া কলকাৰখানা উলিয়াই তাৰ সহায়ত আগ বাঢ়ি যাবলৈ ধৰিলে—গাঁও এৰি চহৰলৈ কোব ললে, তেতিয়া ভাৰতীয় লোকে বিপৰীত মুখেহে, গতি কৰিলে ; অৰ্থাৎ শিল্প-বাণিজ্য এৰি খেতিত ধৰিলে, নগৰ-চহৰ ত্যাগ কৰি মাটিত ফচল কৰাত লাগিল। (২) সেইবাবেই মাটিৰ সমস্যা ক্ৰমে

(২) The liquidation of the artisan class led to unemployment on a prodigious scale. * * All these hordes of artisans and craftsmen had no job, no work and all their ancient skill was useless. They drifted to the land, for the land was still there. But land was fully occupied and could not possibly, absorb them profitably. * * India became progressively ruralised. In every progressive country there has been, during the past century, a shift of population from agriculture to industry, from village to town ; in India this process was reversed, as a result of British policy.

—Discovery of India—Nehru.

ক্ৰমে বাঢ়ি আহিল। পৈতৃক সম্পত্তিৰ বিভাগ-কৰণ বা বাটোৱাৰাত মানুহে জোৰ দিবলৈ ধৰিলে। ফলত জমি টুকুৰা-টুকুৰ হৈ পৰিল আৰু সেয়ে অধিক শস্য উৎপাদনত বাধা জন্মাবলৈ ধৰিলে। অন্য দেশে যেতিয়া জমিৰ বিভাগ-কৰণত বাধা দিবলৈ আইন প্ৰণয়ন কৰিলে, ভাৰতে তেতিয়া পুৰণি শাস্ত্ৰ-সন্মতৰ পৰা যুক্তি বিচাৰি লৈ বিভাগ-কৰণতহে লাগি গ'ল। জমিৰ বিভাগ কৰণত বাধা দিবলৈ অন্য দেশে তেতিয়া কি কৰিছিল আৰু এতিয়াও কি কৰিছে – মন কৰিবলগীয়া।

জাৰ্ম্মানিত পৰিয়ালৰ এজন লোকেহে উত্তৰাধিকাৰী সূত্ৰে ভূ-সম্পত্তি গ্ৰহণ কৰে। তেওঁ আন আন উত্তৰাধিকাৰীসকলক শস্যৰ মূল্য হিচাপ কৰি কিছু ধন দিয়ে; ভূ-সম্পত্তি খণ্ড-বিখণ্ড হবলৈ নিদিয়ে।

প্ৰাচিয়াত মৃত্যুমুখী পট্টাদাৰে আগতেই উইল কৰি ভূ-সম্পত্তি কাৰ হব তাক জনাই দিয়ে আৰু স্থানীয় বিচাৰালয়ৰ জৰীয়তে নিৰ্দ্দিষ্ট সময়ৰ ভিতৰত ৰেজিষ্টাৰ কৰি তাক চাৰিওফালে ৰাষ্ট্ৰ কৰি দিয়ে।

ডেনমাৰ্কত মাটিৰ মালিকে তেওঁৰ নো কোনটো পুতেকে ভূমি-সম্পত্তি পাব তাক উইল কৰি জনায় আৰু লগেলগে তেওঁ বাকী পুতেকসকলে পাবলগীয়া সম্পত্তিৰ মূল্য নিৰ্দ্ধাৰণ কৰি দিয়ে। যদি তাকে নকৰাকৈ মালিক মৰে তেন্তে চৰকাৰেই সেই কাম কৰে।

অষ্ট্ৰিয়াতো পৰিয়ালৰ ভূমি-সম্পত্তি এজনমাত্ৰ পুতেকেহে

পায়, বাকীসকল উত্তৰাধিকাৰীয়ে তাৰ পৰিবৰ্ত্তে ধন বা বন্ধকিৰ স্বত্ব পায়। বিক্ৰী কৰিব লাগিলেও বিভাগ নকৰাকৈ বিক্ৰী কৰিব লাগে। ডেনমাৰ্কত আকৌ আইনমতে কোনো জমিয়ে ২½ একৰ বা প্ৰায় সাত বিঘাৰ কমত ভাগ হব নোৱাৰে বুলি বান্ধি দিয়া আছে। গতিকে সেই পৰিমাণতকৈ কম কৰি মাটি বেচা নিষেধ।

ভাৰতত এনেবোৰ আইনৰ পৰা আৱশ্যকীয় সাৰ সংগ্ৰহ কৰি নতুন আইন প্ৰণয়নৰ প্ৰয়োজন হৈ পৰিছে। ডাঃ ৰাধাকমল মুখাৰ্জ্জীৰ মতে জাৰ্ম্মান নীতিকে মানি ভাৰততো নিৰ্ব্বাচিত উত্তৰাধিকাৰীক অবিভক্ত ভূ-সম্পত্তি দি বাকী উত্তৰাধিকাৰী-সকলক এটি নীতি অনুসৰি নিৰ্দ্দিষ্ট পৰিমাণে ক্ষতিপূৰণ দিয়া উচিত। (১) এই নীতি স্থিৰ কৰোঁতে মাটিৰ দামৰ ওপৰত হিচাপ নকৰি শস্যোৎপন্নৰ লভ্যাংশৰ ওপৰত হিচাপ কৰা উচিত।

মাটিৰ দাম শস্যৰ লভ্যাংশ আদি স্থিৰ কৰা কৰ্ত্তব্য নিৰ্দ্দিষ্ট আয়োগ বা কৰ্ম্মচাৰীৰ ওপৰত দিয়া ভাল। বৰ্ত্তমানে চলি থকা ভূমি-বিভাগৰ নিম্নতম কৰ্ম্মচাৰীৰ সহায়ত এই সম্পৰ্কে খা-খবৰ সংগ্ৰহ কৰা নীতি সমীচীন নহয়; কাৰণ ভূমি-বিভাগৰ

---

(১) Thus the German Practice of the creation of a preferred heir and the compensation of the other members of the joint family according to the margin of agricultural profits and not the price at which the land can be sold, seems more suitable to Indian conditions.—Land Problems in India.

—Dr R. K Mukerjee.

কৰ্ম্মচাৰীসকল, বিশেষকৈ তাৰ নিম্ন স্তৰৰ বিষয়াসকল আজিকালি তেওঁলোকৰ কৰ্ত্তব্যৰ লগত সংশ্লিষ্ট থকা এহেজাৰ-এটা খবৰ গোটোৱাত ব্যস্ত। তেনেস্থলত মাটিৰ মূল্য নিৰ্দ্ধাৰণৰ দৰে গুৰুতৰ কাৰ্য্যৰ ভাৰ তেওঁলোকৰ ওপৰত নিদিয়াটো সৰ্ব্বতো-প্ৰকাৰে মঙ্গলকৰ। "কংগ্ৰেছ এগ্ৰেৰিয়ান ৰিফৰ্ম্মচ্ কমিটি"য়েও এই কথা যুক্তিৰে দাঙি ধৰিছে। (২)

বাটোৱাৰাত মাটিৰ পৰিমাণ একোভাগত কিমানৰ কম হব নোৱাৰে তাৰ এটি স্পষ্ট নিবাকৰণ থাকিব লাগে। সম্পূৰ্ণ বাটোৱাৰাত (Perfect Partition ত) বাটোৱাৰা হৈ তয়াৰ হোৱা নতুন পট্টাৰ পাঁচ টকাৰ কম খাজানা হব নোৱাৰা নীতি অসমৰ ভূমি-আইনত এই উদ্দেশ্যেই বান্ধি দিয়া হৈছিল, কিন্তু ই নিটিকিল, অৰ্থাৎ অন্য ফালেদি পট্টাদাৰসকলৰ সম্মতিত পথাৰত বাটোৱাৰা কৰিব পৰা নীতিয়ে উপৰুক্ত পাঁচটকীয়া খাজানাৰ নীতি ব্যৰ্থ কৰিলে।

(২) The third point is about the machinery for the collection statistics. Here we are frankly of the opinion that this work is not appropriate to the Revenue Department and must be entrusted to a special branch—Bureau of Economics of the Department of Agriculture or of the Land Commission. The Revenue Staff has enough work of its own. The collection of statistcs requires special training.

—C. A. C. Report. ( P. 183 ).

এতিয়া কোনো লোকে যদি অন্য কাৰবাৰ লগত নিজৰ নিজৰ মাটিৰ লগনিত থকা মাটি সলনি কৰি একে থাউকতে বেছি মাটিৰ 'দাগ' কৰিব খোজে তেন্তে তেনে লোকক চৰকাৰে সহায় কৰা উচিত। বিনা 'ৰেজিষ্ট্ৰেচন ফি'ত তেনে কাৰ্য্য সম্পাদনৰ কাৰণে সুযোগ দিয়া, ভূমি-বিভাগৰ কৰ্ম্মচাৰীৰ দ্বাৰা জোখ-মাপ কৰি দিয়া এনোবোৰ কাৰ্য্যৰ জৰীয়তে এনে সহায় কৰা যায়।

বিভিন্ন ঠাইত সিটৰতি হৈ থকা কেইবা ডৰা মাটিৰ সলনি সেই মূল্যৰ কম-বেছি পৰিমাণৰ মাটি একে থাউকতে লোৱাৰ পৰা অনেক সুবিধা পোৱা যায়। তেনে ঠাইত নিজৰ সুবিধ অনুযায়ী আলি-পদূলি কৰা যায়, খেতি-বাতিৰ পৰিকল্পনা কৰ যায় আৰু সেই সকলোবোৰৰ তত্ত্বাৱধান লোৱাত গিৰিহঁতৰ বহুত সুবিধা হয়।

ভূমি-বিভাগৰ কৰ্ম্মচাৰীয়ে এনেবোৰ অদল-বদল আৰু পৰিকল্পনাত সদায় সহায় কৰিব লাগিবই। বস্তুতঃ চেটেলমেণ্টৰ সময়ত এনোবোৰ পৰিকল্পনা কাৰ্য্যকৰী কৰা সহজ হৈ পৰে।

বোম্বাইত ইতিমধ্যে মাটিৰ বাটোৱাৰা বা বিভাগ-কৰণত কিমানৰ কম পৰিমাণৰ ভাগ হব নোৱাৰে তাক আইনৰ দ্বাৰা নিৰ্দ্দিষ্ট কৰি দিয়া হৈছে। এনে পৰিমাণ বিভিন্ন ঠাইত বিভিন্ন হবই আৰু আনকি একে ঠাইতেও মাটিৰ 'কচম' বা শ্ৰেণী অনুসৰি পৃথক হব। গুজৰাটত মাটিৰ কচমৰ ওপৰতে নিৰ্ভ কৰি তেনে সীমা ঠিক কৰা হৈছে নিম্নতম এক বা আধা একৰ

অসমতো খাজানা তোলাৰ সুবিধালৈ লক্ষ্য কৰিয়ে হওক বা মাটিৰ ক্ষুদ্ৰতম অংশীকৰণ বন্ধ কৰিবলৈয়ে হওক—ভূমি আইনত তেনে সীমা একপ্ৰকাৰে নিৰ্দ্ধাৰিত হৈছিল বুলি আগতে উল্লেখ কৰা হৈছে।

অকল আইনৰ দ্বাৰা দেশ-সংগঠন সম্ভৱপৰ নহয়। আইনে সমাজৰ শৃঙ্খলা ৰক্ষা আৰু উন্নয়নত সহায়হে কৰিব পাৰে। মানুহৰ মনৰ পৰিবৰ্ত্তন নহলে কাৰ্যৰ পৰিবৰ্ত্তন নহয়। গতিকে ভাই ভাইৰ ভিতৰত পৃথক হবৰ সময়ত নিজৰ আৰু দহৰ হিতৰ কাৰণে সকলোৱে যাতে অলপ ক্ষতিগ্ৰস্ত হৈ হলেও একে ঠাইতে মাটি লবলৈ যত্নপৰ হয় তাৰ কাৰণে অনুকূল মনোভাব সৃষ্টি কৰা সকলোৰে কৰ্ত্তব্য আৰু তদনুৰূপ আইন প্ৰণয়ন হোৱাও সকলোৰে কাৰণে হিতকৰ কথা।

এইবোৰ কথালৈ লক্ষ্য কৰিয়ে ভাৰতৰ "প্লেনিং কমিচনে" ১৯৫৬ চনত নিৰ্দ্দেশ দিছিল যে "কমিউনিতি প্ৰজেক্ট" আৰু "নেচেনেল এক্সটেন্সন প্ৰজেক্ট" বোৰৰ কৃষি উন্নয়নৰ আঁচনিত "কনচলিডেচন অব হল্ডিং" বা ক্ষেতিৰ মাটি লগ কৰা ব্যৱস্থা গাঁও-বোৰত পোনতে হাতত লোৱা উচিত। বস্তুতঃ চৰকাৰৰ পক্ষৰ পৰা ইতিমধ্যে মাটি যাতে বাটোৱাৰাৰ দ্বাৰা খণ্ড-বিখণ্ড হৈ খেতিৰ অনুপযোগী হব নোৱাৰে তাৰ বাবে পোষ্কৰখন প্ৰদেশত আইন তৈয়াৰ হৈছে। উত্তৰ প্ৰদেশৰ চৰকাৰে স্থিৰ কৰিছে যে ৬॥ একৰ বা প্ৰায় কুৰি বিঘাৰ কম জমিৰ বিভাগ বন্ধ হব। হায়দৰাবাদত সেই নিষেধ দুইৰ পৰা চব্বিশ একৰৰ ভিতৰত আছে; দিল্লীত

আঠ একৰ; মধ্যভাৰত আৰু ভূপালত পোন্ধৰ একৰ; বিন্ধ্যা প্ৰদেশত আকৌ ডোংতলী মাটিৰ কাৰণে পাঁচ একৰ আৰু অন্য শুকান মাটিৰ কাৰণে দহ একৰত সীমা বান্ধি দিয়া হৈছে। অসমতো শীঘ্ৰে এই বিষয়ৰ আইন প্ৰণয়ন হব বুলি আশা কৰা যায়। এনে ধৰণৰ প্ৰতিবন্ধক নথকা হেতুকে ইতিমধ্যে নলবাৰী, ৰামপুৰ আদি কিছুমান গাঁৱতো বস্তি আৰু খেতিৰ মাটিবোৰ নিচেই নগণ্য অলেখ খণ্ডত বিভক্ত হৈছে। তাৰ ফলত উৎপন্নৰো যে হ্ৰাস ঘটিছে তাক নকলেও চলে। আইনৰ সহায়ত-হে কাত্ৰ তেনে কাৰ্য্য বন্ধ কৰা সম্ভৱপৰ হব।



# সমবায় খেতি

দায়িত্বৰ নাওখন সকলোৱে লগেভাগে সমানে বাই নিয়ে বুলিয়েই হওক বা সমনীয়া ভাইৰ দৰে সকলোৱে মিলিজুলি কাম কৰা বাবেই হওক – সমূহীয়া দায়িত্বৰ প্ৰচেষ্টাক সমবায় বোলা হয়। নামত নাথাকিলেও সমবায় আগৰ দিনত এটা ৰূপত কামত আছিল। খেতি কৰিবলৈ পথাৰত লগ হাল মতা, ধান কাতিবলৈ সাউৰি ( সঁাৰিয়া ) মতা, বিয়া-সবাহত সকলোৱে মিলিজুলি কাজ-ঘৰীয়াক খৰি ফালি, গাখীৰ-গুৰ বিচাৰি-খোচাৰি আনি দি সহায় কৰা আদি সকলো কাম নামত নহলেও বস্তুতঃ সমবায় পৰ্য্যায়ভুক্ত। গাঁৱত ওচৰা-ওচৰিকৈ অলপীয়া মাটি থাকিলে মালিক-খেতিয়কসকলে লগ-হাল বাই খেতি কৰে। সমানে সমানেহে কিন্তু লগ হাল বোৱা যায় সেই বাবেই কথা এটা আছে বোলে, "ৰজাৰ লগত লগ হাল বাবা কেনেকৈ ?" আৰু যোজনা দি কোৱা হয় "বলীয়ে নিৰ্ব্বলীয়ে কিহৰ হতাহতি ; ধনীয়ে নিৰ্ধনীয়ে কিহৰ মতামতি।" মুঠতে লগ-হাল বোৱাও সমবায় পদ্ধতিতে কাম।

কংগ্ৰেছ কৃষি পুনৰ্গঠন কামটিয়ে দিয়া নিৰ্দ্দেশ মতেও কম মাটি থকা ভাৰতীয় পট্টাদাৰসকলে ওচৰৰ মাটি-গিৰীৰ লগত লগ লাগি খেতি কৰা সকলোৰে পক্ষে হিতকৰ। অৱশ্যে

তেনেকৈ লগ হৈ সমবায় গঠন কৰাৰ পথত অনেক বিঘিনি, বিশেষকৈ ভাৰতীয় সামাজিক জীৱনত, পোৱা যায়, যেনে,—

(১) জাতি আৰু বৰ্ণৰ বৈষম্য ;

(২) গাঁৱলীয়া জীৱনৰ ঘৰুৱা বিবাদ আৰু জিদ্ ;

(৩) অৱস্থাৰ তাৰতম্য বা বৈষম্য ;

(৪) ঘৰুৱা কন্দল অথবা ব্যক্তিগত স্বাস্থ্যহীনতাৰ হেতুকে নীতি আৰু শৃঙ্খলা মানি চলিবলৈ অসমৰ্থতা ;

(৫) সুপৰিচালক আৰু সুপৰামৰ্শদাতাৰ অভাৱ, আৰু

(৬) শাসন সংক্ৰান্ত হেমাহি আৰু আওহেলা।

এই সকলোবোৰ আহুকালৰ ভিতৰত ভাৰতীয় কৃষকৰ কাৰণে সংহতিভাৱৰ অভাৱটো বেছি অহিতকৰ। ই কৃষি জীৱনতেই নহয়, কৃষকৰ কাৰ্য্যৰ প্ৰায় সকলো ক্ষেত্ৰতে স্পষ্ট হৈ উঠে। সমূহীয়া উন্নয়নত তেনে অসংহতি বা খৰিয়ালে বাৰুকৈয়ে বিধি পথালি দিয়ে। তাৰ কাৰণেই অনেক ঠাইত হব লগীয়া ঠাইতো আলি-পদূলি, পুখুৰী, পুথিভঁৰাল আদি হৈ নুঠে। কৃষিত বিশেষকৈ সংহতি সদায় আৱশ্যকীয়।

ক্ষুদ্ৰ ক্ষুদ্ৰ কৃষকৰ যুটিয়া কৃষিফাৰ্ম ( Co-operative joint farm ) পোনতে বহুত মাটিত আৰম্ভ কৰা উচিত নহয়। পাঁচিশ পূৰা বা এশ বিঘা মানৰ একোটা 'থাক', 'বান্ধ' বা 'ব্লক' বনাই লব পাৰিলে সুবিধা হয়। অৱশ্যে পৰীক্ষামূলক ভাৱে প্ৰদৰ্শনীৰ উদ্দেশ্যে চৰকাৰী খৰছত চৰকাৰে হাজাৰ ডেৰ হাজাৰ বিঘাতো তেনে ধৰণৰ যুটীয়া প্ৰচেষ্টা চলাই দেখুৱা বেয়া নহয়,

কিন্তু গাঁৱলীয়া কৃষকৰ কাৰণে ডাঙৰ যুটীয়া কাৰবাৰ প্ৰায় ক্ষেত্ৰতে ভালুকৰ সাঙিৰ দৰেহে হয়।

ক্ষুদ্ৰ ক্ষুদ্ৰ কৃষকৰ সমবায় গাঁৱত গঠন কৰা অতি আৱশ্যক হৈ পৰিছে। আগতে উল্লেখ কৰা হৈছে যে এই সমবায়ৰ বীজ অসমীয়া খেতিয়াকৰ অন্তৰত পূৰ্ব্বৰ পৰাই আছে। আজিও জেঠ আহাৰ মাহত পানী সিচি কঠীয়া পাৰা, মাটি ৰোৱা আদি কামত সেই সমবায়-মনোভাৱ কৃষকৰ ক্ষেত্ৰত স্পষ্ট হৈ উঠে। সমবায়ৰ উপকাৰিতা চৰকাৰৰ পক্ষৰ পৰাও প্ৰচাৰ কৰিব লাগে। আৰু প্ৰত্যেক মহকুমাত অন্ততঃ দুটাকৈ তেনে সমবায় প্ৰদৰ্শনীমূলকভাৱে ৰাখি তাত উৎকৃষ্ট বীজ, সাৰ আদিৰ যোগান ধৰিব লাগে। গাঁৱৰ কৃষকক বুজাই-বৰাই সেই পথত আগ বঢ়াই দিব পাৰিলেহে দেশৰ কৃষিৰ উন্নতি আশা কৰা যায়। উপযুক্ত আইনৰ দ্বাৰাও ইয়াৰ উন্নতি সাধন কৰা সম্ভৱপৰ হব। বৰ্ত্তমানে অৱশ্যে চৰকাৰৰ পক্ষৰ পৰা মাটিৰ ন-পট্টনৰ সময়ত ভূমিহীন কৃষকৰ সমবায়ক আগ-সুবিধা দিবলৈ নিৰ্দ্দেশ দিয়াৰে পৰা গাঁৱে-ভূঞে দুই-একোটা সমবায় অ'ত-ত'ত গঠিত হৈছে। সেইবোৰৰ পৰিচালনাত যাতে কেৰোণ নালাগে তাৰ বাবে কৃষি-বিভাগ সদায় সতৰ্ক থকা উচিত; কিয়নো তেনে কাৰ্য্যৰ এটা বিফলতাই অনেকক নিৰুৎসাহ আৰু সন্দিহান কৰি তোলে।

বোম্বাই আৰু মাদ্ৰাজত ইতিমধ্যে তেনে খেতিয়কৰ শতকৰা ৩৬ জনে আৰু তাৰ লগতে শতকৰা ৭৫ ভাগ মাটিৰ মালিকে

মাস্তি হলে সমবায় খেতি বাধ্যতামূলক কৰিবলৈ আইন ৰচনা কৰা হৈছে।

কৃষকৰ সমবায় সাধাৰণতে তিনি প্ৰকাৰৰ আছে—যেনে,

(১) ক্ষুদ্ৰ কৃষকৰ সহ-কৃষি সমবায় (Co-operative Joint Farming ),

(২) বহু-উদ্দেশ্যমূলক সমবায়ৰ জৰীয়তে প্ৰত্যেক গাঁৱতে হোৱা উৎকৃষ্ট কৃষি-সমবায় (Co-operative Better Farming through a multipurpose Cooperative in each village), আৰু

(৩) যৌথ-কৃষি সমবায় (Co-operative Collective Farming)।

এইবোৰৰ উপৰিও সমবায় পৰিকল্পনা কমিটিয়ে (Co-operative Planning Committeeয়ে ) আৰু এবিধ সমবায়ৰ নাম দিছিল— তলতীয়া ৰায়তৰ সমবায়। কিন্তু ভূমি-নীতি সংস্কাৰৰ যুগত ই যুগধৰ্ম্মৰ লগত খাপ নাখাব। কিয়নো তলতীয়া ৰায়ত উঠাই তেনে ৰায়তক মাটিৰ মালিকী স্বত্ব দিবৰ কাৰণেই যেতিয়া ইমান যত্ন চলিব লগিছে তেনেস্থলত তলতীয়া ৰায়তৰ সমবায় সৃষ্টি হলে ই তলতীয়া ৰায়তক তেনেভাবেই দীৰ্ঘকালব্যাপী ৰাখিবলৈ আৰু বেছি সহায়হে কৰিব। গতিকে তলতীয়া ৰায়তৰ সমবায় বৰ্ত্তমান যুগত অপ্ৰয়োজ্য আৰু অপ্ৰাসাঙ্গিক।

ক্ষুদ্র কৃষকৰ সহ-কৃষি সমবায়ত কৃষকে নিজৰ মাটি, গৰু, হাল, কঠীয়া আদি সমবায়ত দিব। এই সকলোবোৰৰ মূল্য নিৰূপণ কৰি লৈ মূল্য অনুসাৰে উৎপন্ন আৰু লাভৰ অংশ নিৰ্ণয় হয়। তেনে ধৰণৰ অংশ নিৰূপণত মাটিৰো মূল্য ধৰা ভাল, নহলে 'লীজ'ত লোৱা মাটিত নানান অসুবিধা আহি পৰে। কাম কৰিবলৈ অহা লোকৰো দৰমহাৰ ব্যৱস্থা থকা উচিত। কোনো কোনো ক্ষেত্ৰত কৃষকে হাল-গৰু সমবায়ত জমা নিদি নিজৰ সম্পত্তি কৰি ৰাখে। চীন দেশৰ সমবায়ত এই নীতি বৰকৈ মানি চলা হয়, আৰু তাৰ দ্বাৰা কৃষকে তাত বিস্তৰ উপকাৰো পাইছে।

খেতিৰ গৰু গাইগুটীয়াকৈ ৰাখিলে লাভৰ কি নিৰিখ হব আৰু ফাৰ্ম্মত দিলে কি নিৰিখ হব বা কি নিৰিখে দৰমহা হব -- সেইটা আগতে স্পষ্টভাৱে নিৰ্দ্ধাৰিত হব লাগে। যদি সমবায়-ভুক্ত কোনো লোকে সেই গাঁও এৰি অন্য গাঁৱত বাস কৰেগৈ তেনে স্থলত তেওঁক সমবায়ৰ পৰা বাদ দিয়া চলে, নহলে অন্য কোনো কাৰণত সমবায়ৰ সভ্য বাদ দিয়া উচিত নহয়। প্ৰত্যেক সমবায়ৰে অন্তৰ্ভুক্ত সভ্যসকলৰ দ্বাৰা নিৰ্ব্বাচিত একোখন পৰিচালনা সভা (Managing Committee) থাকিব লাগে।

এনেকুৱা সমবায়ত কৰ্ম্মীৰ কামৰ হিচাপ ৰখা বহীও থাকে। তাত কোনে কিমান সময় খাটে বা কাম কৰে তাৰ বিতং হিচাপ লিখি ৰাখিব লাগে। চৰকাৰী চাকৰিয়াল এই হিচাপ

ৰখা কামত থকা ভাল। সেয়ে নহলে বহুত বেমেজালি ঘটে। কামৰ দৰমহা সচৰাচৰ সেই সেই অঞ্চলত চলি থকা হজুৱাৰ দৰমহাৰ নিৰিখতকৈ কম হোৱা উচিত নহয় আৰু দৰমহাও যথাসময়ত দিয়াৰ সুব্যৱস্থা থাকিব লাগে।

এইদৰে বছৰৰ শেষত মুঠ উৎপন্নৰ পৰা (১) দৰমহা, (২) লভ্যাংশ, ( মূল ধনৰ অংশৰ শতকৰা চাৰি টকামানকৈ হব লাগে ), (৩) ঋণত অনা আৰু অন্যে জমা থোৱা ধনৰ সুত, (৪) নিত্য-নৈমিত্তিক খৰছ, (৫) লোকচান, (৬) অপব্যয়, ঘৰৰ ভাৰা, ইত্যাদি আৰু (৭) অন্যান্য খুচৰা খৰছ—এইবোৰত বাদে বাকী উৎপন্নৰ শতকৰা পঁচিশ টকা মান “ৰিজাৰ্ভ ফাণ্ড”ত ৰাখি অৱশেষ লাভখিনি দৰমহাৰ অনুপাতে অৰ্থাৎ কামৰ অনুপাতে সমবায়ভুক্ত লোকসকলক ভগাই দিব লাগে।

কোনো সভ্যই ইস্তফা দিলে আৰু তেওঁৰ ইস্তফা গৃহীত হলে অথবা কোনো সভ্য বিধি-বিহিতভাৱে বহিভূৰ্ত হলে তেওঁলোকে নিজৰ মূলধন নিব পাৰিব, কিন্তু মাটি নিব নোৱাৰে। এই ধনো নিব পাৰিব আৰম্ভৰ পৰা পাঁচ বছৰৰ অন্তত হে, তাৰ আগতে নহয়। প্ৰত্যেক সমবায়ে নিজ নিজ সুবিধামতে বিবেচনা কৰি নিয়মাৱলী ৰচনা কৰিব লাগে। সেই নিয়মাৱলী তেওঁলোকৰ কাৰ্য্য বিধি স্বৰূপ।

চৰকাৰৰ পক্ষৰ পৰা এনেবোৰ কামত মুকলিভাৱে সহায় কৰা উচিত। আৰ্থিক সাহায্য দিয়াতকৈও পোনতে চৰকাৰী বিষয়া পঠাই সমবায়ৰ আৰম্ভণিটো কৰি দিয়াহে হিতকৰ; কিয়নো

চৰকাৰী বিষয়া অন্ততঃ স্থানীয় দলাদলি বা দলগত স্বাৰ্থত লিপ্ত নাথাকে বুলি ভাবিবৰ কাৰণ আছে। ঠায়ে ঠায়ে ভূমি-আয়োগ বা লেণ্ড কমিচন ( Land Commission ) পাতি দি সেই আয়োগবোৰৰ জৰীয়তে অথবা কৃষি-বিভাগৰ জৰীয়তে উৎকৃষ্ট বীজ, উৎকৃষ্ট সাৰ সঁজুলি আদিৰ যোগান ধৰাৰ ব্যৱস্থা দেশৰ সকলো ঠাইতে হোৱা উচিত।

বহু উদ্দেশ্যমূলক সমবায়ৰ দ্বাৰা কৃষিজাত বস্তুৰ বিক্ৰী, কৃষিৰ আৱশ্যকীয় সঁজুলি আদিৰ সংগ্ৰহ, তত্ত্বাৱধান এনেবোৰ কাৰ্য্য সহজ আৰু লাভজনক হৈ পৰে। ব্যয় আৰু পুৰুষাৰ্থৰ দ্বাৰা অকল কৃষিজাত বস্তুৰ উৎপন্ন বঢ়ালেই নহয়, তাৰ বিক্ৰী আৰু বিতৰণৰ কাৰণেও যত্নপৰ হব লাগে। সেয়ে নহলে কৃষি-কৰ্ম্ম লাভজনক নহয় আৰু কৃষকৰ পৰিশ্ৰম অথলে যায়। ঋণ সংগ্ৰহ, ঋণ দান, খেতিৰ কাৰণে গৰু-মহৰ সুব্যৱস্থা কৰা, খাদ্যাদি সংগ্ৰহ কৰা কাৰ্য্য এনেবোৰ কাম এই প্ৰকাৰ সমবায়ৰ কৰ্ত্তব্যৰ ভিতৰত পৰে।

তৃতীয় বিধ সমবায় অৰ্থাৎ যৌথ কৃষি সমবায় ( Collective Farming ) ৰ কাৰণে উৎকৃষ্ট ক্ষেত্ৰ হৈছে নতুনকৈ আবাদ কৰি উলিওৱা ভূমিবোৰ। তেনে ভূমিত নতুন নতুন পৰিকল্পনা অনুযায়ী খেতি আৰম্ভ কৰা যায় আৰু নানা প্ৰকাৰৰ ন-ন বৈজ্ঞানিক যন্ত্ৰপাতিৰে সেইবোৰ ঠাইত খেতি সহজ হৈ পৰে। কম কম মাটি থকা ডাঙৰ ডাঙৰ পথাৰবোৰৰ মালিকসকলেও একত্ৰ হৈ মিলিজুলি যৌথ-কৃষিসমবায় আৰম্ভ কৰিব পাৰে;

তাৰ দ্বাৰা অকলে নোৱাৰা কামবোৰ সুসাধ্য হৈ পৰে ; * (১) জলহীন ঠাইত জল-সিঞ্চনৰ ব্যৱস্থা কৰা, উমৈহতীয়াভাৱে মথাউৰি বন্ধা ইত্যাদি।

ওপৰত উল্লেখ কৰা কেইপ্ৰকাৰ সমবায়ৰ বাহিৰেও আৰু অনেক ধৰণৰ সমবায় ফাৰ্ম্ম আছে। তাৰে ভিতৰত ধনাঢ্যসকলৰ সমবায় ( Capitalist Farming ) আৰু চৰকাৰী সমবায় ( State Farming ) বিশেষ উল্লেখৰ যোগ্য। ধনাঢ্যসকলৰ সমবায় ইংলণ্ড আৰু আমেৰিকাত বৰ বেছি। এই প্ৰকাৰ সমবায় কৃষিত হয় ধনৰ সমূহীয়া ভঁৰাল সাজি তাৰ পৰা খৰছ কৰি, নতুবা কোনো অৰ্থবান ব্যক্তিবিশেষৰ পৰাই ধন খৰছ কৰি নতুন প্ৰণালীত খেতি কৰা হয়। কৃষকসকলে ইয়াত বানচ লৈ খেতি কৰে। মুঠতে ই খেতিয়কক একপ্ৰকাৰ কৃষি-বনুৱাহে বনায় বুলিব পাৰি। সেইবাবে সংস্কাৰকামী ভাৰতত ই অপ্ৰয়োজ্য।

---

* (১) The sense of private property inherent in the peasant proprietor and tenant cannot favour the introduction of collective farms or artels in India, but the mass of the small peasant holdings may be combined into co-operative associations for the purchase and use of agricultural machinery for consolidation, for irrigation, even for rural electrification, which will overcome the low yield of Indian small farming—

Dr. R. K. Mukerjee
( Land Problems of India )

চৰকাৰী সমবায়ত খেতিৰ সকলো কাম চৰকাৰে চলায়। ই প্ৰদৰ্শনীৰ পথাৰ তৈয়াৰ কৰাত বিশেষ কাৰ্য্যকৰী হলেও ভাৰতীয় কৃষকৰ কাৰণে সিমান উপযোগী নহয়। ইয়াতো যন্ত্ৰপাতিৰ প্ৰচুৰ ব্যৱহাৰ হয় আৰু কেতিয়াবা—উপৰুক্ত দুয়ো প্ৰকাৰ সমবায়ে নিবনুৱা বৃদ্ধিত সহায়হে কৰে। এই দুই প্ৰকাৰ সমবায়ো ভাৰতত পৰীক্ষামূলকভাৱে প্ৰয়োগ কৰা দেখা গৈছে।

সমবায়ৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে (১) জ্ঞানী নায়কত্ব, (২) উৎপন্নৰ উচিত বিতৰণ, (৩) আৰম্ভণিত ত্যাগ আৰু কষ্টস্বীকাৰৰ সামৰ্থ্য আৰু (৪) নিজৰ বুলি ভাবি সকলোৱে কাম কৰিব পৰা ক্ষমতাত।

সংস্কৃতত আছে—"সংহতি কাৰ্য্যসাধিকা"; অৰ্থাৎ মাউখে উতিলে গুবিপৰুৱাৰো মৰণ নাই; বহুত তৃণ গোটাই কৈ সাজি মতলীয়া দঁতাল হাতীকো বান্ধি ৰখা যায়। সংহতিয়েই সমবায়। সেইবাবে সমবায়ৰ অসীম বল, অপৰিমিত শক্তি! সেইবুলি কিন্তু সমবায় প্ৰচেষ্টাক কেতিয়াও কোনো প্ৰকাৰে ব্যক্তিগত উদ্যোগ ধ্বংস কৰিবলৈ দিব নালাগে। সেইবাবে সমবায়ভুক্ত লোকৰ নিজা ঘৰবাৰী কেতিয়াও সমবায়ত লৈ লব নালাগে। অন্য পিনে আকৌ সমবায়ৰ সভ্যসকলে নিজৰ অনেক মাটি সমবায়ৰ বাহিৰত ৰাখি দিলেও সমবায়ৰ প্ৰতি তেওঁলোকৰ শ্ৰদ্ধা আৰু আকৰ্ষণ কমি আহে। ই তেনেই স্বাভাৱিক কথা।

আগতে কোৱা হৈছে যে সমবায় প্ৰেৰণা ভাৰতত ন বস্তু নহয়। কাৰণ আগতে ই এটা নহয় এটা ৰূপত আছিল। ইংৰাজ-

সকলৰ আগমনে ভাৰতীয় লোকৰ মনত ত্যাগতকৈ ভোগ আৰু সমূহীয়া চিন্তাতকৈ ব্যক্তিগত চিন্তা প্ৰবল কৰি তোলে। ব্যক্তিগত স্বাৰ্থ আৰু ব্যক্তি স্বাধীনতাৰ পৰিপোষকতা কৰাত পশ্চাত্যই সদায় আগ ঠাই লৈ আহিছে। ত্যাগৰ আদৰ্শ গঢ়ি তোলা প্ৰাচ্যৰ সমাজে সদায় নিঃস্বাৰ্থ কৰ্ম্মৰেই প্ৰেৰণা যোগাইছিল। সেইবাবেই পণ্ডিত নেহৰুৱেও কৈ গৈছে "পূৰ্ব্বতে কৃষি প্ৰণালী গাঁৱৰ সমূহীয়া প্ৰচেষ্টাৰ ওপৰত নিৰ্ভৰ কৰিছিল। ব্যক্তিৰ আৰু পৰিয়ালৰ এনে সমূহীয়া প্ৰচেষ্টাৰ লগত উপভোগৰ স্বত্ব আৰু কৰ্ত্তব্যৰ সৰ্ত্ত বন্ধা আছিল। চিৰাচৰিত ৰীতিবোৰেই একৰকম আইনত পৰিণত হৈ কৰ্ত্তব্যৰ ঔচিত্য নিৰূপণ কৰিছিল।"

গতিকে সেই ত্যাগ-মন্ত্ৰত দীক্ষিত ভাৰতীয় সমাজ পুনঃ সেই একে মন্ত্ৰ শুনি উদ্দীপ্ত হবৰ হ'ল! সমবায়ৰ বাণী ত্যাগ-মন্ত্ৰৰেই অন্যপ্ৰকাৰ সংস্কৰণ। ইয়াত ত্যাগৰ মাজেদি জীৱনৰ শ্ৰেষ্ঠতম ঐহিক উপভোগ সম্ভৱ হৈ পৰে। অন্য কথাত কবলৈ গলে সমবায়ে পাৰত্ৰিক সুখৰ সম্বল নোযোগায়; জীৱিতাৱস্থাৰ বাস্তৱ সুখ আৰু আনন্দহে ইয়াৰ লক্ষ্য। আচাৰ্য্য ৱিনোবা ভাৱে কোৱাৰ দৰে মানুহৰ হাতৰ পাঁচোটা আঙুলি সমান নহয়: কোনোটো দীঘল, কোনোটো চুটি; কোনোটো শকত; কোনোটো দুৰ্ব্বল। কিন্তু আটাইৰে সমবায়ত হাতখনে সকলো কাম কৰিবলৈ শক্তি পায়। সমবায়ৰো সেই একে কথা।

———

# ভূদান

পুৰণি কালত ভূদান বুলিলে ৰজাই পণ্ডিত বা ব্ৰাহ্মণক দিয়া ভূমি-দান বুজা গৈছিল। যাৰে-তাৰে ভূ-দান কৰিবৰ অধিকাৰো নাছিল, সম্বলো নাছিল। আধুনিক যুগত কিন্তু ভূদান এটা বিশেষ ধৰণৰ আন্দোলন বুলি পৰিগণিত হৈছে। আধুনিক ভূদানৰ তাৎপৰ্য্য ইয়াত অলপ আলচ কৰা হব।

ভূদানৰ অন্তৰ্নিহিত ভাব এই যে বায়ু, পানী আৰু আকাশৰ দৰে ভূসম্পত্তিও প্ৰকৃতিৰ দান। মানুহে তাক প্ৰয়োজন মতেহে ভোগ কৰিব লাগে। ভগৱানে যেনেকৈ বায়ু, পানী আদি গ্ৰহণৰ কাৰণে নাক, মুখ আদি ইন্দ্ৰিয় সকলো লোকক সমভাৱে দিছে, অৰ্থাৎ দুখীয়াক এটা নাক আৰু ধনীক চাৰিটা, নতুবা চকীদাৰক এখন মুখ আৰু মন্ত্ৰী বা বৰচাহেবক চাৰিখন দিয়া নাই, ঠিক সেইদৰে ভূমিৰ ওপৰতো তাৰ ব্যৱহাৰৰ কাৰণে সকলোকে সমান স্বত্ব দিছে। যাৰ যিপৰিমাণ প্ৰয়োজন, সি তাকে গ্ৰহণ কৰিব। আজি সেয়ে নোহোৱা হেতুকে সংসাৰত অধৰ্ম্ম হৈছে, আৰু সেই অধৰ্ম্মৰ কাৰণেই যুদ্ধ বিগ্ৰহ আদি হয়। ভূদানৰ জন্ম-দাতা আচাৰ্য্য ৱিনোবা ভাৱেৰ মতে এই অধৰ্ম্ম গুচাই ধৰ্ম্ম প্ৰৱৰ্ত্তন কৰাই ভূদানৰ লক্ষ্য। সেইবাবেই এই অভিযানৰ নাম 'ধৰ্ম্ম প্ৰবৰ্ত্তন'। ইহাকে ভূমি-দানো বোলে। দান শব্দৰ অৰ্থ ইয়াত অকল দিয়ায়ে নহয় বিতৰণ কৰি দিয়াও।

ভাৰতত আজি পাঁচ কোটি ভূমি-হীন মানুহ আছে। তেওঁ-লোকৰ কাৰণে অন্ততঃ পাঁচকোটি একৰ বা পোন্ধৰ কোটি বিঘা মাটি লাগে। হিচাপত পোৱা গৈছে যে প্ৰায় ৭২ কোটি একৰ খেতিৰ উপযোগী মাটি ভাৰতত আছে আৰু তাৰে প্ৰায় ত্ৰিশ কোটি একৰত বছৰি খেতি হয়। কৃষিৰ উপযোগী অনেক মাটি এনেয়ে পতিত থাকে। এনে পতিত জমিৰ এটা বুজন অংশ আকৌ অখেতিয়ক পট্টাদাৰৰ ব্যক্তিগত সম্পত্তি। এনে অৱস্থাত ৱিনোবাজীৰ প্ৰধান লক্ষ্য ভূমি, অন্যান্য সম্পত্তি আৰু ক্ষমতাৰ অধুনা উচিত বিভাগ আৰু পুনৰ বিতৰণ হব লাগে। ইয়াকেই সাম্যযোগ বোলে ; অৰ্থাৎ ন্যায় মতে সম-বিতৰণ।

মহামানৱ মহাত্মা গান্ধীয়েও কৈছিল যে মানুহৰ শৰীৰৰ কোনো এটা অংশত অত্যাধিকভাৱে তেজ জমা হলে যিদৰে শৰীৰটো অচল আৰু ৰুগ্ন কৰি তোলে ঠিক সেইদৰে অৰ্থ-সম্পত্তি, ক্ষমতা-প্ৰভুত্ব আদিৰ একত্ৰীকৰণেও সমাজ আৰু দেশক দোষযুক্ত আৰু অচল কৰি তোলে। আচাৰ্য্য ভাৱেৰো ভূদান যজ্ঞ তেনে দোষযুক্ত সমাজক দোষমুক্ত কৰাৰ এটি অহিংস আঁচনি মাত্ৰ। কাৰণ ভূদানৰ লগত কূপ-দান, সম্পত্তিদান, গ্ৰামদান আদি অন্যান্য দানবোৰৰ কাৰণেও আচাৰ্য্য ভাৱেৰ আঁচনিত স্থান আছে।

ভূদানৰ কথা কোৱাৰ আগতে ভূদানৰ জন্মদাতা আচাৰ্য্য ৱিনোবা ভাৱেৰ জীৱন সম্পৰ্কেও অলপ জনোৱা উচিত। তেওঁ বোম্বাই ৰাষ্ট্ৰৰ কোবালা জিলাৰ লোক। জন্ম অসমৰ বৰ-

ভূঁইকপৰ সময়ত, ১৮৯৫ চনত। এতিয়া বয়স ৬৩ বছৰ। সৰু কালৰে পৰা বিদ্যা আৰু জ্ঞান অৰ্জ্জনত স্পৃহা ভাৱেৰ বৰ প্ৰবল আছিল। ১৯১৬ চনত তেওঁৰ মহাত্মা গান্ধীৰ লগত সাক্ষাৎ হয়। তেওঁ তেতিয়াৰে পৰা মনে-প্ৰাণে মহাত্মাক গুৰু মানি লয়। এবাৰ তেওঁ মহাত্মাৰ অনুমতি লৈ মনৰ শান্তি আৰু জ্ঞান-চৰ্চ্চাৰ সুবিধা বিচাৰি কাশীলৈ যাব ওলোৱাত মহাত্মাই তেওঁক এই বুলি বিদায় দিছিল—"যোৱা, কিন্তু গঙ্গাৰ পৱিত্ৰ তীৰতো মনৰ পূৰ্ণ শান্তি যদি পোৱা নাযায় তেনেহলে যেন ঘূৰি আহি ৱাৰ্দ্ধা আশ্ৰমত থাকা।" কাৰ্য্যত সেয়ে হ'ল। এবছৰৰ ভিতৰতে ৱিনোবাজী ঘূৰি ৱাৰ্দ্ধা পালেহি।

ৱিনোবাভাৱে পণ্ডিত লোক। তেওঁ অন্ততঃ বাৰটা ভাষা সুন্দৰকৈ জানে আৰু সেইবোৰ ভাষাত সৰ্‌সৰকৈ কথা কব পাৰে। ১৯৪০ চনত মহাত্মা গান্ধীয়ে ব্যক্তিগত সত্যাগ্ৰহ আন্দোলনৰ প্ৰথম অৰ্ঘ্য হিচাপে আগ বঢ়াই দি জগতৰ আগত পোনতে ৱিনোবাজীক উলিয়াই দিয়ে। মহাত্মাৰ মৃত্যুৰ পিছত ৱিনোবাজীয়ে শান্তিপূৰ্ণ জীৱন যাপন কৰিবলৈ লৈছিল। কিন্তু ভগৱানে কেতিয়া কাৰ জৰীয়তে তেওঁৰ কি অভিপ্ৰায় সিদ্ধি কৰে কোনে নাজানে!

১৯৫১ চনৰ কথা! হায়দৰাবাদৰ ওচৰৰ শিৱৰামপল্লী নামে ঠাইত সেইবাৰ সৰ্ব্বোদয়ৰ তৃতীয় বাৰ্ষিক সন্মিলন বহিছিল। তালৈ ৱিনোবাজীকো নিমন্ত্ৰণ কৰা হৈছিল। পৌনাৰ নামে ঠাইৰ পৰা তেওঁ ৫ মাৰ্চ্চ তাৰিখে পদব্ৰজে যাত্ৰা কৰি ৫ এপ্ৰিল তাৰিখে পূৰা ৩০০ মাইল ভ্ৰমি সন্মিলনত যোগ দিছিল।

সম্মিলনত তেওঁ শুনিবলৈ পালে যে হায়দৰাবাদৰে টেলেঙ্গানা নামে ঠাইত হত্যা আৰু বিভিষীকাৰ পূৰ্ণ পয়োভৰ চলিছে। কমিউনিষ্টৰ ভয়ত তাৰ পুলিচসকলো ত্ৰস্তমান! তেওঁ তালৈ খোজকাঢ়ি যাবলৈ স্থিৰ কৰিলে, কিন্তু হায়দৰাবাদৰ পুলিচে হলে তেওঁক সেই ঠাইলৈ নাযাবলৈ ভূয়োভূয়: অনুৰোধ কৰিলে। ৱিনোবাজী ভয় কৰা বিধৰ লোক নহয়; তেওঁ গ'ল যে গ'লেই।

৩ঠৰ এপ্ৰিল তাৰিখে ৱিনোবাজী গৈ পোচামপল্লী নামে ঠাই পালে। এই ঠাই সেই সময়ত হৈ পৰিছিল নিৰ্ম্মম হত্যা আৰু ভীতি প্ৰদৰ্শনৰ লীলাভূমি। তেওঁ গৈ তাতেই বাহৰ পাতিলে। গাঁৱৰ মানুহবোৰ গোটাই লৈ অন্তৰ খুলি কথা হবলৈ বিচাৰি দেখিলে—সকলোবোৰ তেনেই জুই-ছাই। দুজন হৰিজনে থিয় হৈ নিৰ্ভীকভাৱে কলে—"আমি সেইবোৰ নুশুনো। আমি যদি হত্যাৰ দ্বাৰা মাটি পাওঁ, তেনেহলে এই মুহূৰ্ত্ততো নৰ-হত্যা কৰিবলৈ ৰাজি আছোঁ—সিফালে লাগিলে যিয়েই হওক।"

অভিজ্ঞ চিকিৎসকে বেমাৰীৰ ব্যাধি বুজি লোৱাৰ দৰে ৱিনোবাজীয়ে মানুহবোৰৰ অন্তৰৰ কথা বুজি পেলালে। তেওঁ তাতেই প্ৰস্তাৱ কৰিলে—"এই সভাত বাৰু এজনো এনে লোক নোলাবনে যি অন্ততঃ আশী একৰ ভূমি বিনা সৰ্ত্তে দান কৰি এই আতুৰ ভূমিহীনসকলক ৰক্ষা কৰিব আৰু ভগৱানৰ ৰাজ্যত শান্তি আনিব পাৰে?" তাতে শ্ৰীৰামচন্দ্ৰ ৰেড্ডি নামে এজন লোকে পোনেই আশী একৰৰ ঠাইত এশ একৰ ভূমি তেতিয়াই তেতিয়াই দান কৰিলে।

এই এশ একৰ ভূমি দানস্বৰূপে পাই আচাৰ্য্যৰ মন আনন্দত নাচি উঠিল। তেওঁ বুজিলে এই কাৰ্য্যৰ মাজেদি নিশ্চয় তেওঁ ওপৰত ভগৱানৰ কিবা এটা নিৰ্দ্দেশ আছে। তাৰ কেইদিনমান পিছতে টেলাঙ্গানালৈ তেওঁ ভূমিহীনৰ কাৰণে ভূমি-সংগ্ৰহৰ সেই একে উদ্দেশ্যকে লৈ গ'ল। তাত তেওঁক গাঁৱৰ ধনী-দুখী, ভূস্বামী-ভূমিহীন সকলোৱে আহি আদৰি নি মাল্য-দান কৰিলে। তেতিয়া তেওঁৰ মুখেদি আপোনা-আপুনি বাহিৰ হ'ল—"মালাৰ ফুলবোৰ কেনে ধুনীয়া বস্তু! এই ধুনীয়া ফুলৰ জন্মদাত্ৰী ধৰিত্ৰী আৰু যে কিমান ধুনীয়া। ফুল ভগৱানৰ পূজাৰ বস্তু; ভূমি আমাৰ জীৱন ধাৰণৰ সম্বল। আপোনালোকে মোক ভূমি দান কৰি ৰক্ষা কৰক। মই দৰিদ্ৰ ভূমিহীন সকলৰ প্ৰতিনিধিৰূপেহে ভিক্ষা কৰিবলৈ আহিছোঁ।"

আচাৰ্য্য ভাৱেৰ তেনে কথাত বাইজৰ পৰা থিতাতে আশী একৰ ভূমিৰ দান সংগৃহীত হ'ল। তেতিয়াই আচাৰ্য্যই ঠিক কৰিলে যে ইউক্লিডৰ দুটা বিন্দু যেতিয়া ধৰা পৰিল—তেতিয়া 'লাইন' বা আঁচটো সম্পূৰ্ণ হল বুলিয়ে ধৰি লব পাৰি। (১) ইয়াকে স্থিৰ কৰি কাম আৰম্ভ কৰাত দুমাহৰ ভিতৰতে বাৰ হাজাৰ একৰ মাটি দানৰূপে সংগৃহীত হ'ল!

ষাঠি বছৰ আগেয়ে মনীষী টলষ্টয়ে কৈছিল যে মাটিৰ ব্যক্তিগত মালিকী স্বত্ব নীতি-বিৰুদ্ধ (immoral)। যুগ-

---

(১) Euclid's two points were present and the Line was complete. Vinoba Bhave.

ধৰ্ম্ময়ো তাকে কব লাগিছে। আচাৰ্য্য ভাৱেৰো আচলতে সেয়ে লক্ষ্য। মাটিৰ মালিকী স্বত্ব উঠি গলে আপোনা-আপুনিয়ে সমবায় ভাব বিয়পি পৰিব। ৰুচিয়াত আৰু চীনত চৰকাৰে তাকে কৰিলে। আমাৰ ভাৰতত অহিংসাৰ দ্বাৰাই সেইকাৰ্য্য কৰিবলৈ আচাৰ্য্য ভাৱে লাগি গৈছে। মেলেৰিয়াই খোৱা, দেখাত তেনেই নিশকতীয়া এই লোকজনেই আজি দেশত অসাধ্য সাধন কৰি ফুৰিব লাগিছে।

চীন, আমেৰিকা, ৰুচিয়া আদিয়ে যিবোৰ সমাজ হিতকৰ কাম আইনৰ জৰীয়তে বলেৰে কৰিছে ভাৰতে সেইবোৰ অহিংসা আৰু ত্যাগৰ বলেৰে কৰিব। অহিংস ভাবে চলোৱা অসহযোগ আন্দোলনৰ সহায়ত অৰ্জ্জন কৰা ভাৰতৰ স্বাধীনতাই তাৰ উজ্জ্বল পটন্তৰ।

ভাৰতৰ কৃষ্টি অন্যবোৰ দেশৰ কৃষ্টিৰ পৰা সম্পূৰ্ণ পৃথক আৰু স্বতঃসম্পূৰ্ণ। যুগ-ধৰ্ম্মই অন্য ঠাইৰ হিতকৰ পৰিবৰ্ত্তনবোৰ ভাৰতৰ কৃষ্টিৰ লগত খাপ খোৱাকৈ আনি দিব। অন্য কথাত ভাৰতৰ কৃষ্টি আৰু চিন্তাধাৰাত অন্য ঠাইৰ হিতকৰ পৰিবৰ্ত্তনবোৰ আপোনা-আপুনি লীন যাব আৰু সেইবোৰে আৱশ্যকমতে নতুন ৰূপ লব। সেইবাবেই আচাৰ্য্য ৱিনোবাজীৰ উদ্দেশ্য ৰক্তচ্ছেদ ত্যাগ কৰি অহিংস আন্দোলনৰ দ্বাৰা ভাৰতত ভূমি-সংস্কাৰ সাধন কৰা। তাকে কৰিব নোৱাৰিলে পৰিবৰ্ত্তন যিকোনো ৰূপত আহিবই আহিব—ৰক্ষা নাই।* (১)

---

(১) My mission is not to stave off a revolution. I

যাৰ মাটি তাৰ নাই খেতি আৰু যাৰ খেতি তাৰ নাই মাটি এই অসঙ্গতি থাকিব নোৱাৰে। পূৰ্ব্বতো নাছিল। এনে অসঙ্গতিৰ অৱশ্যম্ভাৱী ফল উৎপন্নৰ হ্রাস আৰু বহি-খোৱা শ্ৰেণীৰ সৃষ্টি। আচাৰ্য্য ৱিনোবাজীৰ মতে অতিশয় শকত লোকে লঘোণ দি গাৰ অতিৰিক্ত ওজন কমোৱাৰ দৰে চম্ভালিব-নোৱাৰাকৈ অধিক ভূমি থকা লোকেও ভূমি-দান দি নিজৰ আৰু সমাজৰ কল্যাণ কামনা কৰা একে ধৰণৰ কথা।

বহুতে কব পাৰে আইনৰ দ্বাৰা ভূদানৰ কামটো সহজ বা সুসাধ্য হৈ পৰে; কিন্তু সেইটো নহয়। যি কাম সকলোৰে কাৰণে সমভাৱে গ্ৰহণীয় নহয় সি সুসাধ্য নহয়। আইন সকলোৰে কাৰণে গ্ৰহণীয় নহয়। আইনেৰে গলে জমিদাৰে স্বেচ্ছাৰে জমিৰ সম্পূৰ্ণ স্বত্ব ত্যাগ নকৰে; পাৰেমানে যুজিব, আৰু নোৱাৰিলেহে বাধ্য হৈ এৰিদিব। ভূদানৰ দাতাই স্বত্ব স্বেচ্ছাই পৰিহাৰ কৰিব।

বহুতৰে ধাৰণা আকৌ ভূদানত দাতাই প্ৰবঞ্চনা কৰিবলৈ আৰু সম্পত্তি ৰাখিবলৈ সুযোগ পাব। বস্তুতঃ সেইটোও নহয়। কাৰণ দাতাৰ অন্তৰ সম্পূৰ্ণৰূপে বিজিত নহলেহে তেনে ঠগ-প্ৰবঞ্চনা আহি পৰিব। অন্তৰৰ পৰা জানি বুজি দানকৰাসকলে তেনে নকৰে। অন্তৰ জয় কৰিব নোৱাৰিলে আচলতে ভূদান

---

want to prevent a violent revolution. The future peace and prosperity of the country depend upon the land problem—Vinoba Bhave.

যজ্ঞও সফল নহয়। অন্তৰ জয় কৰিব পাৰিলে জয় কৰিবলৈ বাকী একো নাথাকে। সেয়েহে আচাৰ্য্য বিনোৱাৰ হাতত পৰি মাত্ৰ এক একৰ ভূসম্পত্তি থকা অনেক লোকেও তাৰেই একোটি অংশ দান কৰিবলৈ হাঁহিমুখে আগ বাঢ়ি অহা পোৱা গৈছিল। এনেবোৰ কাৰ্য্য জানো দানকামী সকলৰ বিজিত অন্তৰৰ পৰিচায়ক নহয় ?

অৱশ্যে ভূমি দানৰ দ্বাৰা যে ভূমি-সমস্যা সম্যক আৰু সম্পূৰ্ণৰূপে সমাধান কৰা নাযায় তাক আচাৰ্য্য ভাৱে নজনা নহয়। তেখেতৰ সেইটো চৰম লক্ষ্যও নহয়। তেখেতৰ লক্ষ্য অৰ্থ-নৈতিক পৰিবৰ্ত্তন এটাৰ কাৰণে মানুহৰ মন ক্ৰমাগত অভ্যস্ত কৰা। তেখেতে নিজে কৈছে—“অৰ্থনৈতিক সংস্কাৰৰ কাৰণে এটা অনুকূল অৱস্থা তৈয়াৰ কৰাহে মোৰ এই অভিযানৰ লক্ষ্য।” * (১)

আচাৰ্য্য ভাৱেৰ মতে ভূদানৰ কাৰণে মৌখিক দান যথেষ্ট—লেখাপঢ়া নালাগে। তাতে যদি কোনোৱে দানত দিয়া মাটি ঘূৰায়ো নিব খোজে নিয়ক, নিদিয়ে নিদিয়ক! দাতাৰ অন্তৰ জয় কৰা হলে কেতিয়াও তেনে কাৰ্য্য নহয়। জোৰ-জুলুমৰ কথা ইয়াত নাই ; ফুচুলনি-উদগণিৰ প্ৰশ্ন ইয়াত নুঠে। তথাপি হিচাপৰ সুবিধাৰ কাৰণে এতিয়া তুখনকৈ দান-পত্ৰ তৈয়াৰ কৰাৰ ব্যৱস্থা হৈছে।

---

(১) My mission is to create a proper atmosphere for economic reforms—Vinoba Bhave.

ভূমি সংগ্ৰহতকৈও ইয়াৰ সমুচিত বিতৰণ অধিক কষ্টসাধ্য কাম। সংগৃহীত ভূমি বিতৰণৰ চমু প্ৰণালী এই--পোনতে এটা নিৰ্দ্দিষ্ট দিনত সংশ্লিষ্ট স্থানত খা-খবৰ দি ভূদানৰ কৰ্ম্মীসকল যাব। তাত গাঁৱৰ সকলো মানুহ গোট খাই গাঁৱৰ সবাতোকৈ ভূমিহীন লোক কোন কোন আছে তাৰে লিষ্টি কৰিব। তেনে লিষ্টি হোৱাৰ পিছত তেনে জমিহীন লোকৰ মাজতহে সংগৃহীত জমি বিতৰণ হব। বিতৰণত পোনতে হৰিজন আৰু অনুন্নত সম্প্ৰদায়ে পাব। মাটি পোৱা মানুহ কিন্তু সম্পূৰ্ণৰূপে প্ৰকৃত খেতিয়ক হব লাগিব। বিতৰণৰ কৃতকাৰ্য্যতাৰ ওপৰত ভূদানৰ সাফল্য ভালেখিনি নিৰ্ভৰ কৰে। ভাৰতৰ ভিতৰত অসম একেবাৰে পাছপৰা নহলেও পাছপৰা। সেইবুলি কিন্তু অসমতে ১৯৫৭ৰ ১লা জানুৱাৰীলৈকে পাঁচ হাজাৰ একৰ অৰ্থাৎ পোন্ধৰ শ বিঘা ভূমি ভূদানত পোৱা হৈছে। ইয়াৰে বিতৰণ হৈছে মাত্ৰ ৪২ একৰ! বিহাৰত এই সময়ৰ ভিতৰত ১১॥ লাখ একৰ দানৰ যোগেদি সংগৃহীত আৰু প্ৰায় দুই লাখ একৰ বিতৰণ কৰা হৈছে।

ভূমি বিতৰণৰ সময়ত ভূমি বিভাগৰ বিষয়াসকল থাকি নামজাৰিবোৰ লগে লগে কৰি গলে সুবিধা হব। তেনে নামজাৰি কৰোঁতেও দান-গ্ৰহীতা প্ৰকৃত খেতিয়ক হয় নে নহয় পৰীক্ষা কৰাৰ এটা সুবিধা ওলাব। আচল ভূমিহীনে মাটি নাপালে কিন্তু ভূদানৰ মূল উদ্দেশ্যই ব্যৰ্থ হব।

বিতৰণ নোহোৱালৈকে দান কৰা মাটি মালিকৰ দখলতে থাকিব। তেওঁ সেই মাটিৰ ৰখীয়া আৰু জমিদাৰৰ দৰে হব

(Trustee)। আচাৰ্য্য ৱিনোবাজীৰ মতে প্ৰত্যেক ভাৰতীয়ৰ ঘৰখন পাঁচজন পৰিয়ালৰ বুলি ধৰি লৈ তেওঁ (ৱিনোবাজীয়ে) সেই ঘৰখনৰ ৬ষ্ঠ পৰিয়াল এজনহে মাটিৰ ষষ্ঠ অংশটো বিচাৰে; বিচাৰেও অকল দান হিচাপেই নহয় দাবী হিচাপেও। আচাৰ্য্যৰ মতে এই ষষ্ঠ অংশটো মজলীয়া শ্ৰেণীৰ লোকৰ পৰাহে লোৱা হয়—ধনীসকলৰ পৰা লবলগীয়া অংশৰ ই পহিলা কিস্তিহে।

কোনো কোনোৱে আকৌ মাটিৰ সলনি পোনেই ধন দিব খোজে। আচাৰ্য্যই তাক নলয়। কাৰণ তেওঁ পুতৌৰ পাত্ৰ হৈ দান ভিক্ষা কৰা নাই। তেওঁৰ ভিক্ষাৰ লগত দাবীৰো জোৰ আছে। অকল ভিক্ষা হলে—ভিক্ষাৰীৰ নিৰ্ব্বাচন কোনেও নুশুনে (Beggars cannot be choosers)। গতিকে ৱিনোবাজীৰ ভিক্ষা ভিক্ষাও দাবীও। যি দাতাই সঁচাকৈ ধন দিবলৈ বিচাৰে তেওঁ সেই ধনেৰে মাটি কিনি দিব।

আজিৰ দিনত ছোৱালী বিয়া দিবলৈ হলে মাক বাপেকে পোনতে উপযুক্ত দৰা বিচাৰে। তাৰ পিছত বিয়াৰ ঠিক ঠাক হলে বিয়াৰ সময়ত আ-অলঙ্কাৰ দি কন্যাক সজাবলৈ চায়। ভূদানতো প্ৰথমে উপযুক্ত গ্ৰহীতা বা পাত্ৰ অৰ্থাৎ ভূমিহীন উপযুক্ত কৃষক বিচাৰি উলিয়াব লাগে। তাৰ পিছত কন্যাৰ অলঙ্কাৰ-পাতিৰ দৰে গৰু, বীজ, সা-সঁজুলি আদিৰে দানৰ পাত্ৰক সহায় কৰিব লাগে।

হায়দৰাবাদৰ ৰাজ্যিক চৰকাৰে এই বিষয়ত ভাল ভাল নিয়ম কানুন কেতবোৰ বেছ খাপখোৱাকৈ সাজি লৈছে। সেই মতে

দাতাই দাতব্য ভূমিৰ 'ৰাজিনামা' তহছিলদাৰক দাখিল দিয়াৰ লগে লগে তহছিলদাৰে সেই মাটিৰ খাজানা-ভাজানা কিবা দেনা আছে নেকি পৰীক্ষা কৰায়। একো দেনা নাথাকিলে 'ৰাজিনামা' গ্ৰহণ কৰে। তেতিয়াৰ পৰা মাটি চৰকাৰী হয়। তেতিয়া ভূদান কমিটিয়ে দানৰ পাত্ৰ, জমি-বিতৰণৰ কাৰণে বিচাৰে। বিতৰণ হৈ যোৱাৰ লগে লগে নামজাৰি হয় আৰু দান গ্ৰহণকাৰীয়ে দহ বছৰলৈ সেই মাটি বিক্ৰী কৰিব নোৱাৰে। যদি জঙ্গলী জমি হয় তেন্তে দখল লোৱাৰ আৰু খেতি কৰাৰ তিনি বছৰলৈ পট্টাদাৰে খাজানা দিব নালাগে। এনেকুৱা কিছুমান নিয়ম অন্যান্য প্ৰদেশতো আৱশ্যক হৈ পৰিছে। গুৱাহাটী কংগ্ৰেছেও বিনোবাজীৰ ভূদান যজ্ঞৰ উপকাৰিতা আৰু সাফল্য স্বীকাৰ কৰিছে।

ভূমি বা সম্পত্তিৰ সম বিতৰণ মানে অঙ্ক কৰি সমানে ভগোৱা বুজিব নালাগে। পঞ্চায়তৰ নীতিমতে যিহকে সম-বিতৰণ বিবেচনা কৰা যায় তাকেই সম-বিতৰণ বুলি মানিব লাগে। আৰু পাঁচোটা আঙুলি পৃথক হৈ নিজ নিজ শক্তি-সামৰ্থ্য লৈ থাকিও হাতখনৰ শক্তি ৰখাৰ দৰে প্ৰত্যেক লোকে নিজ নিজ সম্পত্তি ৰাখিও সমাজৰ কাৰণে দান-ধৰ্ম্ম কৰিব লাগে। আকৌ সেইদৰে হাতৰ আঙুলিবোৰ অসমান যদিও কোনোটো এক ইঞ্চি আৰু অন্যকোনেটো এক ফুট নহয়। এনে ধৰণৰ অসমতা-পূৰ্ণ সমতাকেই পঞ্চায়ত ধৰ্ম্ম বোলে। কোনো ভায়েকে যেনেকৈ অন্য ভায়েকক মাকৰ পৰিচৰ্য্যা বা সেৱাত বাধা দিব নোৱাৰে, মাতৃপূজাত যেনেকৈ সকলো সন্তানৰে সমান অধিকাৰ, ভূমাতৃৰ

সেৱা বা শস্যোৎপাদনতো কাৰো এদনীয়া অধিকাৰ নাই। ভূদানৰ ভাব আৰু কাৰ্য্য এনেকুৱাই।

ভূদানে ব্যাপকতা লাভ কৰি কোনো কোনো ঠাইত গ্ৰামদানত পৰিণত হৈছে। গ্ৰামদানত সকলোৱে সুবিধাৰ কাৰণে সৰ্ব্বজনসন্মত পৰিকল্পনা অনুযায়ী কাম কৰিবলৈ সুবিধা হয়। কোনো কোনো লোকৰ প্ৰশ্নৰ উত্তৰত আচাৰ্য্য ভাৱেই কৈছে—'কমিউনিজম' আৰু গ্ৰামদানৰ মাজত মূল পাৰ্থক্য এই যে 'কমিউনিজমে' ভূসম্পত্তি পোনেই চৰকাৰৰ হাতলৈ লৈ যায়, গ্ৰামদানত ভূমিৰ মালিকী স্বত্ব সেই গাঁৱৰ ৰাজ্যৰ হাতত থাকে। তাত চৰকাৰৰ নাম-গোন্ধেই নাই।* (১)

ভূদানৰ ভূমি বিতৰণত গোটাচেৰেক নীতি মানি চলা হয় যেনে—

(১) দান-পত্ৰত বা দানৰ হিচাপত আচাৰ্য্য ৱিনোবাৰ চহী হৈ আহিলেহে ভূমি বিতৰণ হব ;

(২) বাৰিষাও ভূমি-ৱিতৰণ হব পাৰে ; কিন্তু পথাৰৰ শস্য দাতাই চপাই নিয়াৰ পিছতহে মাটি কমিটিৰ হাতলৈ আহিব ;

---

* (১) Communism believes in the nationalisation of land. By one decree all land is owned by the state. In Gramdan ownership of land vests in the people of the village The government of the state does not come into the picture at all—Vinoba Bhave.

(৩) প্ৰথম অৱস্থাত ভূমি-বিতৰণ ৰাজ্যিক কমিটিয়ে কৰিব, স্থানীয় কমিটিয়ে কৰিব নালাগে।

(৪) ততাতৈয়াকৈ ভূমি বিতৰণ কৰি কেতিয়াও শ্ৰমসঙ্কুল নকৰিব ; আৰু

(৫) প্ৰকৃত ভূমিহীন খেতিয়কেহে মাটি পাব লাগিব।

ভূদানৰো দুটা অনুষ্ঠান বা দুখন পাখি আছে ; সেয়ে হৈছে—সৰ্ব্বসেৱা সঙ্ঘ আৰু সৰ্ব্বোদয় সমাজ। প্ৰথমটো বিভিন্ন গঠনমূলক কামৰ সমষ্টি স্বৰূপ আৰু দ্বিতীয়টো ভাব প্ৰচাৰৰ বাহন স্বৰূপ। প্ৰথমটো কৰ্ম্মময় আৰু দ্বিতীয়টো ভাবময় জীৱন্ত অনুষ্ঠান। প্ৰথমটোৱে কাৰ্য্যৰ দ্বাৰা আৰু দ্বিতীয়টোৱে স্বাধীন আৰু গভীৰ চিন্তাৰ দ্বাৰা জীৱনৰ প্ৰকৃত দৰ্শন প্ৰতিপন্ন কৰে।

---

# চেটেলমেণ্ট, 'চিলিং', আধিয়াৰ আৰু প্ৰজাস্বত্ব আইনৰ আভাস

**চেটেলমেণ্ট**—ইংৰাজী 'চেটেলমেণ্ট' শব্দৰ মূল অৰ্থ বন্দবস্তি বা নিষ্পত্তি। ব্যৱহাৰত কিন্তু 'চেটেলমেণ্ট' শব্দ মাটিৰ পট্টন বা ভূমি বন্দবস্তি বুজাবলৈ খাঁটি অসমীয়া শব্দৰ দৰে হৈ পৰিছে। টাইম, টেবুল, গ্লাচ, পেন্সিল আদিৰ দৰে 'চেটেলমেণ্ট' শব্দও অসমীয়া ভাষাত আৰু অসমীয়া ৰাইজৰ মুখত জীণ যাবলৈ ওলাইছে। এই চেটেলমেণ্ট দহ বছৰ, কুৰি বছৰ বা ডেৰ কুড়ি বছৰৰ মূৰে মূৰে হয়। এবাৰ চেটেলমেণ্ট হৈ যোৱা মাটিকে নিৰ্দ্দিষ্ট সময়ৰ মূৰত পুনঃ জুখি-মাপি চাই মেপ, পট্টা আদি নতুন কৰা হয়, আৰু সেই কাৰণে আজি-কালিৰ সাধাৰণ অৰ্থত বুজা চেটেলমেণ্টবোৰ দৰাচলতে 'ৰিচেটেলমেণ্ট' হে। অৱশ্যে 'ৰিচেটেলমেণ্ট'ৰ সময়ত যে মাটিৰ নতুন পট্টন নহয়, এনে নহয়; মাটি সম্পৰ্কে সকলো কাম 'চেটেলমেণ্ট' বা 'ৰিচেটেলমেণ্ট'ত যতদূৰ সম্ভৱ নিষ্পত্তি কৰা হয়।

'ৰিচেটেলমেণ্টত' মণ্ডল-কাননগোৱে পথাৰলৈ গৈ মেপ মতে মিলাই চাই মাটিৰ শ্ৰেণী পৰীক্ষা কৰে আৰু অদল-বদলৰ আৱশ্যক হলে সেই মতে লিখি আনে; অৰ্থাৎ আগৰ খেতিৰ মাটি যদি যোৱা চেটেলমেণ্টৰ পৰা এতিয়ালৈকে এই কাল-

ডোখৰৰ ভিতৰত বেপাৰৰ ঠাইত পৰিণত হৈছে, নতুবা আগৰ বাৰী-মাটি যদি এতিয়া বৰধানতলী হৈছে তেনেহলে তেনেবোৰ পৰিবৰ্ত্তন লিখি আনে। এনেবোৰ পৰিবৰ্ত্তন খাজনা নিৰ্দ্ধাৰণৰ কাৰণে অতি আৱশ্যকীয়, কিয়নো ছনপৰা আহুতলী আৰু মদন-বদন বৰধানতলীৰ খাজনা একে হব নোৱাৰে। হলে অন্যায় হব। ঢুডাল কাকিনি তামোল আৰু আগ-মৰা জাতি-বাঁহ দুচোপেৰে সৈতে টকলা বাৰীখনৰ খাজানা কল-নাৰিকল-তামোল-পান আদিৰে ভৰপূৰ বাৰীখনৰ খাজনাৰ সৈতে কেতিয়াও একে হব নোৱাৰে।

শ্ৰেণী পৰীক্ষাৰ দৰে দখল পৰীক্ষাও চেটেলমেণ্টৰ আৱশ্যকীয় কাম। স্থায়ী দখলত থকা জমিৰ সীমা মেপৰ লগত মিলি থাকিব লাগিব। সেয়ে নহলে আৱশ্যকমতে মেপৰ সীমাৰ লৰচৰ হব। কাৰণ মেপ পথাৰৰ এটি ক্ষুদ্ৰ প্ৰতিচ্ছবি মাত্ৰ। কিন্তু এনেবোৰ কাৰ্য্য বিধি-বিহিত ভাৱেহে সিদ্ধ হব, অৰ্থাৎ মণ্ডল-কাননগোৰ আঁচভালৰ ওপৰতে সম্পূৰ্ণ কৈ নিৰ্ভৰ নকৰে। গাঁও 'পাছ' কৰা সময়ত চেটেলমেণ্ট অফিচাৰ বা এচিষ্টেণ্ট চেটেলমেণ্ট অফিচাৰে এইবোৰ পৰীক্ষা কৰিব লাগে। নহলে কেঁচা পট্টা পোৱাৰ পিছতো পট্টাদাৰ আৰু দখলকাৰসকলে আপত্তি দি আসোঁৱাহ থাকিলে তাৰ নিষ্পত্তি কৰি লব পাৰে। চেটেলমেণ্ট বা জ'ৰীপ চলি থকা সময়ত সাধাৰণতে মেপ মতে পট্টাদাৰৰ সীমা দেখুৱা নহয়, পট্টাদাৰেহে নিজ নিজ দখল মণ্ডল কাননগোক দেখুৱাই দিব লাগে। মেপ আৰু পথাৰৰ সীমাৰ কিমান পৰিমাণ অমিল

বা গড়মিল থাকিব পাৰে তাৰ নিৰাকৰণ আইনত বান্ধি দিয়া আছে। বিভিন্ন শ্ৰেণীৰ ভূমিত সেইমতে বিচাৰ কৰি চাই মেপৰ সীমাৰ কিবা অদল-বদল কৰিব লাগিলে বিধি-বিহিতভাৱে সেই কাম কৰা হয়। নিৰ্দ্দিষ্ট পৰিমাণৰ ভিতৰৰ সীমাৰ ক্ষুদ্ৰ গড়মিল শুধৰোৱা নহয়। ইয়াকে মেপ শুধৰণি বোলে।

চেটেলমেণ্ট আৰম্ভ হলে খাজানা বাঢ়ে, সেইটো মানুহৰ এটা সাধাৰণ ধাৰণা হৈ পৰিছে। খাজানা বঢ়াটোও অৱশ্যে তেনেই মিছা নহয়। কাৰণ, আজিলৈকে যিমানবোৰ চেটেলমেণ্ট হৈছে তাৰ কোনোটোতে আগৰ খাজানাৰ হাৰ কমা নাই, বাঢ়িছেহে, এই বিৰক্তিকৰ অভিজ্ঞতাৰ বশবৰ্ত্তী হৈয়ে হবলা, এইবাৰ কামৰূপ চেটেলমেণ্টত মণ্ডল-কাননগোই সীমা দেখুৱাবলৈ কোৱাত কোনো এক গিৰিহঁতে উত্তৰত কৈছিল—"তহঁতৰ চকু নাই নেকি? জুখি নাচাৱগৈ কিয়? তহঁতৰ সীমা আমি খান্দি নিছোঁ নেকি?" এই কথা আমাৰ নিজৰেই কাণত পৰিছিল। কিন্তু এইটো ঠিক যে চেটেলমেণ্টৰ উপকাৰিতাৰ কথা বুজাই দি ধীৰে সুস্থিৰে কামত অগ্ৰসৰ হলে পূৰ্ব্বৰ অসহযোগিতা আঁতৰি যায়।

ৰাইজৰ সুবিধা-অসুবিধা আৰু খৰচৰ পৰিমাণ বুজি লবৰ কাৰণে চেটেলমেণ্টৰ কিছুকাল পূৰ্ব্বে চৰকাৰৰ তৰফৰ পৰা বিশেষ ধৰণৰ তদন্তৰ দ্বাৰা—চেটেলমেণ্ট হব লগীয়া জিলা আৰু অঞ্চলৰ এটা আগ-বতৰা (Forecast) যথাবিহিতভাৱে লোৱা হয়। তাতে আয়ৰ স্থল দেখিলে বা ৰাইজৰ সুবিধা বাঢ়িব বুলি জানিলে চৰকাৰে চেটেলমেণ্ট হাতত লয়।

চেটেলমেণ্টৰ সময়ত প্ৰায় সকলো কাম পথাৰতে শেষ কৰা হয়। নামজাৰি, বাটোৱাৰা আদিবোৰৰ কাম যথাস্থানত পৰীক্ষা কৰি মেপ-চিঠা শুধৰোৱা হয়। ঘটনা-স্থলত পক্ষৰ সাক্ষাতত সকলো কাম তেওঁলোকৰ পৰামৰ্শত সমাধা হয় কাৰণে এই কামত আসোঁৱাহ কম থাকে। যথাৰ্থতে পৰস্পাৰৰ ভিতৰত আলোচনা, মিলন আৰু সম্প্ৰীতিৰ দ্বাৰা সকলো বিবাদৰ নিষ্পত্তি সাধন চেটেলমেণ্টৰ এটা ডাঙৰ সুবিধা আৰু লক্ষ্য। সেইবাবে চিঠাত লিখিয়ে চেটেলমেণ্টৰ সময়ত অনেক কঠিন সমস্যাৰো সমাধান কৰা যায়। ধৰি লওক—এগৰাকী বুঢ়া তিৰোতাই মৃত্যু শয্যাত থাকি তেওঁৰ স্থাৱৰ সম্পত্তিবোৰ তেওঁৰ আত্মীয়-কুটুম্ব কেইজন-মানৰ ভিতৰত ভগাই দিব খোজে, কাৰণ তেওঁৰ উত্তৰাধিকাৰী নাই। তেওঁ তেতিয়া ৰেজিষ্ট্ৰেচন অফিচলৈ গৈ কষ্ট খাব নালাগে। ঘৰতে বহি ৰাইজৰ সাক্ষাতত এচিষ্টেণ্ট চেটেলমেণ্ট অফিচাৰৰ আগত মণ্ডলৰ চিঠাত চহী দিলেই সেই কাম সহজে সম্পন্ন হব।

চেটেলমেণ্টৰ কৰ্ম্মকৰ্ত্তাসকলৰ দায়িত্বজ্ঞানৰ ওপৰত চেটেল-মেণ্ট হোৱা ঠাইৰ ভৱিষ্যৎ বহুতখিনি নিৰ্ভৰ কৰে। নকলেও হব যে কৰ্ম্মচাৰীসকল অসৎ বা কু-প্ৰকৃতিৰ হলে গাঁওখনত মেল-গোচৰৰ বীজ এনেভাৱে সিচি থৈ যাব পাৰে যে সেই গাঁও শেষত উছন নহৈ নোৱাৰে।

ভূমি সম্পৰ্কীয় বেছিভাগ কাজিয়াকে দখল আৰু স্থান দেখি সহজে নিৰ্ণয় কৰা যায়। সাক্ষী-বাদীৰ ওপৰত নিৰ্ভৰ কৰা অনেক

বিচাৰ কেতিয়াবা ভ্ৰমপ্ৰদ হব পাৰে; অকল ভ্ৰমসঙ্কুলেই নহয় তাৰ পৰা বিচাৰক কেতিয়াবা বিপৰীত সিদ্ধান্তত উপনীত হোৱাও আচৰিত নহয়। কিন্তু কাগজ-পত্ৰ চাই স্থানীয় তদন্তৰ অন্তত স্থিৰ কৰা সিদ্ধান্ত সহজে ভুল নহয়। সেই দেখিয়ে হবলা কেতিয়াবা উচ্চ আদালতৰ আপীলত মণ্ডলৰ ৰিপোর্টখনেই হাকিম, চাহাব, বৰচাহাব, সকলোকে ওফৰাই দিয়াও দেখা যায়।

চেটেলমেণ্টৰ স্থানীয় তদন্ত এবাৰ নহয়, দুবাৰ নহয়, পূৰা তিনিবাৰ হয়। ভাৰপ্ৰাপ্ত কৰ্ম্মচাৰীসকলে স্থানলৈ গৈ চাই-চিন্তি-শুনি-বুজি যি সিদ্ধান্ত কৰে তাত ভুল থকাৰ আশঙ্কা কম। সেইবাবে চেটেলমেণ্টত হৈযোৱা কিছুমান কাৰ্য্যত প্ৰতিবাদ ( আপীল ) বিধি-নিষিদ্ধ।

"চিলিং এক্ট"—চেটেলমেণ্টৰ সময়ত ভূমি-সংস্কাৰ সম্পৰ্কীয় অনেক কাম সহজ-সাধ্য হয়। উদাহৰণ স্বৰূপে "চিলিং এক্ট"ৰেই কথা কোৱা যাওক। এই "চিলিং এক্ট" বা ভূম্যাধিকাৰৰ সৰ্ব্বোচ্চ পৰিমাণ নিৰ্দ্ধাৰণ আইন ১৯৫৮ চনৰ পোন্ধৰ ফেব্ৰুৱাৰীৰ পৰাহে অসমত বলৱৎ হৈছে। সেই আইন মতে তলত দিয়া কাৰণবোৰত বাহিৰে অন্য কোনো কাৰণতে কোনো লোকক একান্নবৰ্ত্তী পৰিয়ালৰ ভিতৰত ১৫০ বিঘাৰ বেছি মাটি পট্টাভুক্ত কৰি ৰাখিবলৈ বা ৰাযত হিচাপে ভোগ কৰিবলৈ দিয়া নহব :—

(১) কেন্দ্ৰীয় চৰকাৰ বা স্থানীয় চৰকাৰৰ দখলত থকা জমিত এই আইন অচল।

(২) ধৰ্ম্মানুষ্ঠান বা অন্য ৰাজহুৱা অনুষ্ঠানৰ ভূমিত মাটিত এই আইন অপ্ৰয়োজ্য।

(৩) চাহ-বাগিচা বা তৎসম্পৰ্কীয় কামত সংশ্লিষ্ট থকা এই আইন নিষিদ্ধ।

(৪) ১৯৫৫ চণৰ ১লা জানুৱাৰীৰ আগতে আৰম্ভ কৰা একে থাউকতে থকা ডেৰশ বিঘাৰ অধিক ভূমিৰ টেঙাৰ বাগিচাৰ ক্ষেত্ৰত এই আইন বলৱৎ নহব।

(৫) কুঁহিয়াৰৰ ফাৰ্ম্ম বা সমবায় কুঁহিয়াৰ খেতি আৰু কুঁহিয়াৰৰ কাৰখানা আদিৰ ক্ষেত্ৰতো এই আইনৰ বান্ধোন অৱস্থা ভেদে শিথিল হব।

(৬) বিস্তৰ অৰ্থ-ব্যয় কৰি স্থাপন কৰা অথবা স্থায়ীভাৱে আৰম্ভ কৰা সুপৰিচালিত ফাৰ্ম্মৰ ক্ষেত্ৰতো ইয়াৰ বান্ধ শিথিল হব।

মুঠ কথা যৌথ বা একান্নবৰ্ত্তী পৰিয়ালৰ ভিতৰত ডেৰ শ বিঘাতকৈ বেছি মাটি সাধাৰণতে কাকো ৰাখিবলৈ দিয়া নহব। তেনে পট্টাদাৰ আৰু ৰায়তসকলক, আইন কাৰ্য্যকৰী হোৱাৰ ছমাহৰ ভিতৰতে, অথবা তদুৰ্দ্ধ নিৰ্দ্দিষ্ট কালৰ ভিতৰত, নিৰ্দ্দিষ্ট 'ফাৰমত' নিজৰ নামত বা দখলত ৰাখিব খোজা ডেৰ শ বিঘা মাটিৰ বিবৰণ দিবলৈ সুযোগ দিয়া হৈছে। তেওঁলোকে তাকে নকৰিলে জিলাৰ উপায়ুক্তই নিজে বিচাৰ কৰি তেওঁৰ বিবেচনা মতে এশ পঞ্চাশ বিঘা মাটি তেনে পট্টাদাৰ বা ৰায়তক দিব। বাকী মাটি চৰকাৰী কৰাৰ ব্যৱস্থা ও হাতত লব। ১৫০ বিঘা বা তাতকৈ অধিক মাটি থকা লোকৰ কাৰণে আৰু বেছি মাটি কিনি

লোৱাতো বাধা আহি পৰিছে ; কাৰণ কিনিলেও নামজাৰি নহব।

চেটেলমেণ্টৰ সময়ত এনেবোৰ মাটিৰ পৃথক মেপ তৈয়াৰ কৰা আৰু আৱশ্যকমতে জমিবোৰ দেখুৱাই দিয়া সহজ হয়।

**আধিয়াৰ আৰু প্ৰজাস্বত্ব আইন—**

চেটেলমেণ্টৰ সময়ত আধিয়াৰ আৰু প্ৰজাস্বত্ব আইনৰ ক্ষেত্ৰতো সেই একে ধৰণৰ সুবিধা আহি পৰে। আগৰ দিনত মাটি আধি দিয়া মানেই শস্যৰ আধা ভাগ দখলকাৰৰ আৰু বাকী আধা পট্টাদাৰৰ বুলি বুজা গৈছিল। 'আধা' শব্দৰ পৰাই 'আধি'। আধি-খোৱা নিয়ম অতিশয় পুৰণি আৰু তাহানি বিনিময় প্ৰথাত খাজানা লোৱা কাৰ্য্যৰ স্মৃতিব্যঞ্জক।

১৯৪৮ চনৰ মূল আইন আৰু ১৯৫২, ১৯৫৫ আৰু ১৯৫৭ চনৰ সংশোধিত আধিয়াৰ আইনে অসমত আধিয়াৰৰ স্বাৰ্থ সংৰক্ষণৰ কাৰণে কিছুমান নিৰ্দ্দিষ্ট নিয়ম বান্ধি দিছে। আগৰ দিনত ভূস্বামীয়ে ইচ্ছামতে আধিয়াৰক উঠাই দিব পাৰিছিল। আধিয়াৰ আইন কাৰ্য্যকৰী হোৱাত ৰায়তৰ ঘাইকৈ দুটা বিষয়ত সহায় হ'ল ; যেনে, প্ৰথম, নিৰ্দ্দিষ্ট পৰিমাণতকৈ উচ্চ নিৰিখত এতিয়া ভূস্বামীয়ে উৎপন্নৰ অংশ আইনতঃ নিব নোৱাৰে। দ্বিতীয়তে আধিয়াৰক মাটি-গিৰীয়ে ইচ্ছামতে উঠাই দিব নোৱাৰে। তলৰ কাৰণবোৰতহে মাত্ৰ মাটিৰ দখল পট্টাদাৰে পাব :—

(১) যদি মাটিৰ গিৰীয়ে আধি দিয়া মাটিত নিজে খেতি

কৰিব খোজে তেনেহলে আধিয়াৰৰ পৰা মাটিৰ দখল পাব; কিন্তু তাতো লেঠা আছে। কাৰণ, যদি আধিয়াৰৰ দখলৰ মুঠ মাটি দহ বিঘাৰ অধিক নহয় তেনেহলে সেই অঞ্চলত তেওঁক সেই মূল্যৰ মাটি নিদিয়ালৈকে উচ্ছেদ কৰা নাযায়। দ্বিতীয়তে আকৌ যদি আধিয়াৰৰ দখলত দহ বিঘাৰ অধিক মাটি থাকে তেনেহলে দহ বিঘা আধিয়াৰৰ কাৰণে ৰাখি বাকীখিনিৰ পৰিবৰ্ত্তে আধিয়াৰক মাটিৰ গিৰীয়ে সেই পৰিমাণ মূল্যৰ মাটি সেই অঞ্চলত দিলেহে বাকী মাটি মাটিৰ গিৰীয়ে নিজৰ খেতিৰ বাবে লব পাৰিব। এইদৰে আধিয়াৰৰ পৰা লোৱা মাটি আৰু পূৰ্ব্বৰ মাটি ( নিজৰ বা একান্নবৰ্ত্তী পৰিয়ালৰ নামত থকা মাটি ) কিন্তু এশ বিঘাৰ একোপধ্যে বেছি হব নোৱাৰিব। অৱশ্যে মাটিৰ গিৰী যদি নাবালক, অথবা বিধবা, অথবা মানসিক বা শাৰীৰিক ৰোগত বিষমভাবে ৰুগ্ন, নাইবা ভাৰতীয় সৈন্য বিভাগ, নৌ-বিভাগ বা আকাশী সৈন্য বিভাগৰ লোক হয় তেনেহলে ওপৰত উল্লেখ কৰা দহবিঘা আধিয়াৰৰ কাৰণে ৰখা নিয়ম মানিব নালাগিব। কিন্তু যদি মাটিৰ মালিকে মাটি লৈ এবছৰৰ ভিতৰত খেতি নকৰি পতিত ৰাখে অথবা দখল পোৱাৰ দুবছৰৰ ভিতৰত অন্যক খেতি কৰিবলৈ ভাৰাত দিয়ে, তেনেহলে উচ্ছেদ হোৱা আধিয়াৰক পুনঃ মাটিৰ দখল দিয়া হব। এই নিয়মবোৰ— সঘনে পৰিবৰ্ত্তিত হব লাগিছে আৰু সেই সকলোবোৰ পৰিবৰ্ত্তনৰ মূল উদ্দেশ্য আধিয়াৰৰ স্বাৰ্থ যথাসাধ্য ৰক্ষা কৰা।

পট্টাদাৰৰ প্ৰাপ্য শস্যাংশ সম্বন্ধেও আইনে বান্ধি দিছে যে

যদি মাটিৰ গিৰীয়ে আধিয়াৰক হাল গৰুৰ যোগান দিয়ে, তেনেহলে মাটি-গিৰীয়ে ঘাই উৎপন্ন শস্যৰ চাৰি ভাগৰ এভাগ পাব। যদি হালৰ গৰু মাটি-গিৰীয়ে নিদিয়ে তেনেহলে তেওঁ পাঁচ ভাগৰ এভাগহে পাব। যদি মাটি-গিৰী আৰু আধিয়াৰৰ ভিতৰত হোৱা কোনো চুক্তিমতে এই হাৰতকৈও কম শস্যাংশ দিব লাগে, তেন্তে সেই চুক্তিমতেহে শস্যাংশ দিব। যদি একে বছৰতে একেডৰা মাটিত কেইবাটাও ফচল কৰা হয়, তেন্তে মাটি-গিৰীয়ে মাত্ৰ ঘাই ফচলৰহে অংশ পাব, প্ৰত্যেক ফচলৰ অংশ নাপায়।

এই আইনত শস্যাংশ আদায় কৰাৰ বাবে আধিয়াৰক ৰচিদ দিয়াৰ ব্যৱস্থা কৰা আছে। ৰচিদ নিদিলে মাটি-গিৰীক জৰিমনা কৰাৰ ব্যৱস্থাও আইনত আছে। আইন বলৱৎ কৰিবৰ কাৰণে এতিয়া প্ৰত্যেক চাৰ্কোলত 'আধি-চালিচি বোৰ্ড' পতা হৈছে।

এই আতাইবোৰ কামৰ অধিকাংশই নিৰ্ভৰ কৰিব মণ্ডলৰ মেপ চিঠাৰ ওপৰত। যদি চেটেলমেণ্টৰ সময়ত আধিয়াৰৰ দখল ঠিকমতে মেপত অঁকা থাকে তেনেহলে মাটিৰ গিৰীয়ে বা আধিয়াৰে পিছত আসৈ মাতিব নোৱাৰে। বিচাৰবো স্থবিধা হব।

## প্ৰজাস্বত্ব আইন—

প্ৰজাস্বত্ব আইনৰো সেই একে কথা। চৰকাৰে বান্ধি দিয়া নতুন নিয়ম মতে একাধিক বছৰ দখলত থকা ৰায়তৰ দখল এইবাৰ চেটেলমেণ্ট হোৱা ঠাইবোৰৰ মেপ-চিঠাত তোলা হব।

তাৰ সহায়ত ভবিষ্যতে দখলকাৰ আৰু মাটিগিৰী দুয়ো আইনতঃ নিজ নিজ দাবী সাব্যস্ত কৰিব পাৰিব। কিন্তু এনেবোৰ কাৰ্য্যত দোষ-ত্ৰুটী দুয়োফালে কিছু পৰিমাণে পোৱা যায়। আধিয়াৰ আৰু ৰায়ত হিচাপে মাটিখোৱা লোকসকলৰ বহুতে নিজ নিজ দখল দেখুৱাবলৈ পথাৰলৈ যাব নোখোজে; কাৰণ তেওঁলোকৰ ভয়-[illegible]জানোচা দখল দেখুৱাবলৈ গৈ আগৰ খেতি কৰা মাটি ডৰাও হেৰুৱায়। লাভলৈ চাওতে জানোচা মূললৈও টনাটনি হয়, এয়ে তেওঁলোকৰ আশঙ্কা। কাৰণ মাটিৰ গিৰীয়ে খং কৰি যদি মাটি কাঢ়ি নিয়ে—তেতিয়া? ইফালে দখল সাব্যস্ত কৰিবলৈও আধিয়াৰ বা দখলকাৰ ৰায়ত সকলৰ শতকৰা পঁচান্নবৈব জনৰে ৰচিদ-পত্ৰ নাই। কাৰণ ৰচিদ পট্টাদাৰে নিদিয়ে। এনে সমস্যাত চেটেলমেণ্টৰ কৰ্ম্মচাৰীয়ে স্থানীয় তদন্তৰ ওপৰত নিৰ্ভৰ নকৰিলে নচলে। এনেবোৰ কাৰ্য্য নিয়াৰিকৈ কৰিব পৰাৰ ওপৰতে ৰজা-ৰাইজ দুয়োপক্ষৰ ভৱিষ্যৎ মঙ্গল নিৰ্ভৰ কৰিছে। আগতে তলতীয়া ৰায়তৰ প্ৰসঙ্গত এই বিষয়ে আলোচ কৰা হৈছে।

## ভূমি সংস্কাৰ—

স্বাধীনতাৰ পিছত ভূমি সংস্কাৰৰ কাম সকলোবোৰ ৰাষ্ট্ৰতে চৰকাৰৰ পক্ষৰ পৰা যথাসম্ভৱ দ্ৰুতগতিত আগ বাঢ়িব লাগিছে। প্ৰথম পঞ্চবাৰ্ষিক পৰিকল্পনাতে ভূমি সংস্কাৰৰ ঘাই লক্ষ্য আছিল :—(১) চৰকাৰ আৰু কৃষকৰ মাজৰ তৃতীয় পক্ষ ব্যৱধান সম্পূৰ্ণৰূপে উঠাই দিয়া ;

(২) প্ৰজাস্বত্ব আইনৰ সংস্কাৰ সাধন, যেনে--

(ক) দখল স্বত্বৰ নিৰাপদতা ৰক্ষা ;

(খ) ৰে'ণ্ট বা খাজানাৰ উচিত নিৰিখ নিৰ্দ্ধাৰণ ;

(গ) দখলকাৰ ৰায়তক দখল হস্তান্তৰৰ সুবিধা দান ইত্যাদি।

(৩) মাটিৰ পট্টা আৰু ৰায়তৰ দখলৰ জমিৰ উচ্চতম পৰিমাণ নিৰ্দ্ধাৰণ (Ceiling) আৰু অতিৰিক্ত জমিৰ অধিগ্ৰহণ আৰু উচিত বিতৰণ।

(৪) কৃষক-বনুৱাৰ অৱস্থাৰ উন্নতি সাধন।

(৫) সমবায়ৰ দ্বাৰা গ্ৰামোন্নয়ন।

প্লেনিং কমিচনৰ এনেবোৰ সুচিন্তিত নিৰ্দ্দেশৰ ওপৰত নিৰ্ভৰ কৰি দ্বিতীয় পঞ্চবাৰ্ষিক পৰিকল্পনাত এতিয়া তলৰ কামবোৰ সমাধা কৰিবলৈ চৰকাৰৰ পক্ষৰ পৰা যত্ন চলিছে।

(ক) প্ৰজাস্বত্ব সংস্কাৰ (Tenancy Reforms)। এই বিষয়ৰ নিৰ্দ্দিষ্ট কমিটিয়ে তদন্ত কৰি ১৯৫৬ চনৰ ৬ মাৰ্চ্চ তাৰিখে দাখিল কৰা ৰিপোৰ্টত স্পষ্টকৈ কৈছে যে ভূমিৰ মালিকী স্বত্ব দখলকাৰ শ্ৰমিকলৈ যাব লাগে ; উত্তৰাধিকাৰী সূত্ৰে হব নালাগে।*

---

* The Committee on Tenancy Reform which reported on march 6, 1956 recommended that labour and not inheritance should be the criterion in the determination of ownership of land and thus accepting the principle of 'land to the tiller"—India 1957. (P250)

(খ) দখল বা পট্টাৰ জমিৰ উচ্চতম পৰিমাণ নিৰ্দ্ধাৰণ (Ceiling)।

(গ) সমবায়ৰ দ্বাৰা কৃষিৰ উন্নয়ন আৰু ভূমিৰ ক্ষুদ্ৰ বাটোৱাৰা বা খণ্ডীকৰণ নীতি বৰ্জ্জনৰ ব্যৱস্থা অৱলম্বন. আৰু

(ঘ) ভূদানৰ মাজেদি ভূমিনীতিৰ সংস্কাৰ সাধন।

এইদৰে মধ্যস্থ নিষ্কৰ্ম্মা মালিকৰ হাতৰ পৰা জমি যাতে গৈ প্ৰকৃত কৃষকৰ হাতত পৰে আৰু তাৰ মাজেদি দেশৰ খেতিবাতিৰ উন্নতি হয় সেয়ে ভূমি সংস্কাৰৰ মূল উদ্দেশ্য। সেই উদ্দেশ্যেই 'চিলিং' আইন, প্ৰজাস্বত্ব আইন আদিৰ ৰচনা আৰু সঘন সংস্কাৰ হব লাগিছে।

১৯৫৬ চনলৈ স্বাধীনতাৰ পিছৰ এই কালছোৱাৰ ভিতৰত অসম, বোম্বাই, মধ্যপ্ৰদেশ, উৰিষ্যা, মাদ্ৰাজ ( মালবাৰ ), উত্তৰ প্ৰদেশ. হায়দৰাবাদ, ৰাজস্থান, মহীশূৰ, দিল্লী আৰু হিমাচল— এই এঘাৰখন প্ৰদেশত শস্যোৎপন্নৰ এক চতুৰ্থাংশ বা এক পঞ্চমাংশৰ বেছি যাতে মাটিৰ গিৰীয়ে দখলকাৰৰ পৰা নিব নোৱাৰে তাৰ বাবে আইন প্ৰণয়ন হল। কাৰ্য্যকৰীও হব লাগিছে। হিমাচল প্ৰদেশত আকৌ আজিকালি দখলকাৰে চৰকাৰী নিৰিখমতে ইচ্ছামতে ধন বা শস্যাংশ মাটিৰ গিৰীক দিব পাৰে। ১৯৫৭ চনৰ সংশোধনী আইন মতে অসমতো সেই নিয়ম বলৱৎ হৈছে।

সমবায় খেতিৰ মাজেদি দেশৰ উন্নতি বিধানৰ পৰিকল্পনা চলি আছে। 'চিলিং এক্ট'ৰ জৰীয়তে চৰকাৰে লোৱা ওপৰঞ্চি

ভূমিবোৰৰ গৰাবাদ অঞ্চলত সমবায় কৃষি ফাৰ্ম্মৰ পৰিকল্পনা কৰা উৎকৃষ্ট কাম হব। খাদ্য নাটনিৰ লগত ফেৰ মাৰিবলৈ আৰু যুগৰ দাবীৰ চাহিদা যোগাবলৈ আইন প্ৰণয়ন আৰু পৰিকল্পনা অপৰিহাৰ্য্য। এনেবোৰ পৰিবৰ্ত্তন প্ৰগতিৰ পৰিচায়ক আৰু ভৱিষ্যৎ কাৰ্য্যৰ আগ-জাননী স্বৰূপ।

———

# হাতীৰ পিঠিত মাটি বিচাৰি

ভূ-সম্পত্তিৰ মোহে মানুহক কি নকৰে? এই মোহ কেতিয়াবা স্বাৰ্থ-জড়িত ব্যক্তিগত কাৰণত ওপজে আকৌ কেতিয়াবা ওপজে কৰ্ত্তব্যৰ লগত সংশ্লিষ্ট থকা কামৰ মাজেদি। প্ৰথমটোত মাকৰ মৰম আৰু দ্বিতীয়টোত মাহীমাকৰ মৰম ধৰা পৰে বুলি বহুতে কব পাৰে সঁচা, কিন্তু কোনো কোনো ক্ষেত্ৰত যে মাহীমাকৰ মৰমে মাকৰ মৰমকো চেৰ পেলাব খোজে তাকো অস্বীকাৰ কৰা টান। এই পৰ্য্যায়ত লিখকৰ জীৱনত কৰ্ত্তব্যৰ মাজেদি মাটিৰ মোহ কেতিয়াবা কেনেকৈ উৎকট হৈ পৰিছিল আৰু সিয়ে সময়ত জীৱন পৰ্য্যন্ত বিপন্ন কৰি তুলিছিল তাৰে সত্য কাহিনী দুই-এটা দাঙি ধৰা হল। হাতীৰ পিঠিত মাটি বিচাৰি যোৱাৰ দৰে নাগৰ বুকুত দুৰ্দ্দশাগ্ৰস্ত বানবিধ্বস্ত অঞ্চলৰ লোকক তৰাবলৈ গৈ তাহানি বন্ধুবৰ সমাহৰ্ত্তা ৺অজয় মেচে কিদৰে প্ৰাণ হেৰুৱালে তাৰ করুণ স্মৃতি আমাৰ বহুতৰে মনত এতিয়াও সজীৱ হৈ আছে। এনেবোৰ কথা শুনি কোনোৱে হয়তো নিজৰ ঢোল নিজে বজোৱা বুলি ভাবিব পাৰে, কিন্তু তাহানি দেশভক্ত ফুকনে কোৱাৰ দৰে তাৰ উত্তৰত কব লাগিব—নিজৰ ডিঙিত আঁৰি লোৱা ঢোলটো ফুটা হলেও, ভগা হলেও, নিজৰ নিমিত্তেই আঁৰি লোৱা হয়। তেনে ঢোল আঁৰি—লওতাই নিজে নবজালে আন কোনে

ৰজাবহি? যাওঁক বাৰু সেইবোৰ! এতিয়া আৰম্ভ কৰা যাওঁক।

আজি আঠ-ন বছৰ আগৰ কথা। লিখক তেতিয়া ৰঙিয়া অঞ্চলৰ সমাহৰ্ত্তা। সমাহৰ্ত্তা মানে ছবডিপুটী কলেক্টৰ। নতুন পৰিভাষাত ছবডিপুটী কলেক্টৰক সমাহৰ্ত্তা বোলে, তাৰ মানে সম্যকভাৱে সকলো আহৰণ কৰি দিওঁতা। পিছে বাট-পথৰ জাবৰ-জোঁথৰ আহৰণ কৰি পেলাই দিয়া সেই শ্ৰেণীৰ লোকৰ কথা যেন কোনেও এই প্ৰসঙ্গত নানে। সতৰ্ক কৰি দিয়াৰ কাৰণো একেবাৰে নোহোৱা নহয়। কিয়নো, সমাহৰ্ত্তাৰ কামৰ সীমা নাই। মৰা হাতী কবৰ দিয়াৰে পৰা ব্ৰহ্মপুত্ৰত মাছ কমিছে নেকি সন্ধান কৰালৈকে, কাৰবাৰ নামত কোনোবাই টকা ধাৰে লৈ পলোৱা ভগনীয়াৰ ভু-ভটং লোৱাৰে পৰা ব্ৰহ্মপুত্ৰৰ বালিত চালি কৰি থকা মগনিয়াৰৰ ভিতৰত কিমানগৰাকী সগৰ্ভা তাৰ বতৰা এচেম্ব্লিৰ সভ্যৰ প্ৰশ্নৰ উত্তৰত চৰকাৰক যোগান ধৰালৈকে সকলোবোৰ কাম তেওঁলোকৰ কৰ্ত্তব্যৰ পৰ্য্যায়ত পৰে। নকটা খেৰৰ নশ গোট বোলাৰ দৰে অনিৰ্দ্দিষ্ট কৰ্ত্তব্যৰো পৰিমাণ আৰু সংখ্যা অসীম। মাটিৰ হাকিম বা সমাহৰ্ত্তাৰো কৰ্ত্তব্য অনিৰ্দ্দিষ্ট। ইপিনে আকৌ সতী দ্ৰৌপদীৰ মালিক পাঁচ গৰাকীহে আছিল, তেওঁলোকৰ কিন্তু ততোধিক!

সি যিহওক, ৰঙিয়াত পোনতে গৈ থান-থিতি লৈ মাটি আৰু মানুহৰ লগত চা-চিনাকি হবলৈ নৌপাওতেই চৰকাৰী আদেশ গৈ পালে—ভুটান পাহাৰৰ দাঁতি অঞ্চলত প্ৰায় দুহ হাজাৰ একৰ

মাটি হেনো গৰাবাদ অৱস্থাত আছে, মাজে-মাজে তাৰ পতিত পট্টাহীন জমিও আছে। তাৰ এটি সঠিক সন্ধান শীঘ্রে দিব লাগে।

খেতি নকৰাকৈ পেলাই থোৱা মাটি সাধাৰণতে দুই শ্রেণীৰ : পতিত আৰু গৰাবাদ। পতিত আৰু গৰাবাদৰ পাৰ্থক্য ঘাইকৈ এয়ে যে খেতি নকৰাকৈ একেৰাহে এবছৰ বা দুবছৰ যি মাটি পেলাই থোৱা হয় তাক পতিত বোলে। তিনি বছৰ বা ততোধিক কাল বিনা আবাদে পেলাই থোৱা বা পৰিথকা মাটিক গৰাবাদ বোলা হয়।

এতিয়া ভুটান পাহাৰৰ নামনিৰ এই অঞ্চলক তামোলপুৰ অঞ্চল নাম দি তাত পৃথক সমাহৰ্ত্তা নিয়োগ কৰা হৈছে। তেতিয়া সেইবোৰ অঞ্চল বঙিয়াৰে অংশ বিশেষ আছিল।

উক্ত খবৰ সংগ্ৰহ কৰিবৰ কাৰণে ভাৰ পৰিল সমাহৰ্ত্তাৰ ওপৰত। কাৰ্য্য নিয়াৰিকৈ আৰু নিভু্ৰ্লকৈ কৰিবৰ বাবে ভগনীয়া সংস্থাপক বিষয়া বা "ৰিফিউজি ৰিহেবিলিটেচন অফিচাৰ" (সংক্ষেপে যাক "আৰ, আৰ, ও" বুলি জনা যায়) নিযুক্ত হ'ল— শ্রীপ্রতাপ চন্দ্র গোস্বামী। লগতে এজন নতুন কানন গো। প্রতাপ গোসাঁই আগৰ এজন খ্যাতনামা কংগ্ৰেছকৰ্ম্মী। চিৰিয়া-খানাত ৰখা সজাৰ ফেটী ক্ৰমে ঢোঁৰাত পৰিণত হোৱাৰ দৰে তেৰোঁ এতিয়া ৰাজ-কৰ্ম্মচাৰী হৈ অন্য দহজন কৰ্ম্মচাৰীৰ দৰেই কাম কৰে। তেওঁ ধৰ্ম্মপুৰ অঞ্চলৰ কৈহাতি সত্ৰৰ গোসাঁই। আমি আটায়ে সেইদিনা কলম্বচে আমেৰিকা আবিষ্কাৰ কৰিবলৈ

যোৱাৰ দৰে মাটি বিচাৰি ওলালোঁ। মই তাৰ আগতে আমাৰ আঞ্চলিক চুপাৰভাইজাৰ কাননগোৰ লগত আলচ কৰি আৰু কাকতপত্ৰ চাই জানিব পাৰিছিলোঁ যে ভুটান পাহাৰৰ নামনিত এই বিস্তীৰ্ণ জঙ্গল-ভূমি অৱস্থিত। ইকৰা, বতা, নল, খাগৰি খেৰ, বন আদিৰে এই ঠাই ভৰপূৰ। মাজে মাজে একোজোপা ঔ, হিডল বা অন্য পাহাৰী গছ। মাজে মাজে বনৰীয়া খেৰাৰ পুলি দুই একোটা দেখা যায়। এই সমস্ত অঞ্চল বনৰীয়া হাতীৰ বিহাৰ-ভূমি। হিমালয়ৰ পাদ-দেশৰ এই বহল ভূমিখণ্ড সদায় বতাহত ঢৌ খেলি থকা সেউজীয়া গছ-লতাৰে আবৃত থাকে। মাজে মাজে ক'ৰবাত দূৰে দূৰে দুই একোঘৰ চাওতাল, কছাৰী, গাৰো আদি লোকৰ বসতি। ইয়াৰ বিভিন্ন অঞ্চলক মানুহে বিভিন্ন নামত জানে; যেনে, হৰিণ-চৰা, পাহাৰপুৰ, কাউলী ডোঙাৰগাওঁ ইত্যাদি। সেই আটাইবোৰ ঠাই ঘাইকৈ কাউলী আৰু ডোঙাৰগাওঁ নামে এতিয়া জনাজাত হৈছে।

আমি আটায়ে আগতে দিনবাৰ ঠিক কৰি সেইদিনা ওলালোঁ। আটায়ে মানে, গোসাঁই, কাননগো দুজন আৰু মই। হাতী ললোঁ তিনটা। এটাত মই, এটাত প্ৰতাপ গোসাঁই আৰু তৃতীয়টোত কাননগো দুজন। আটায়ে কুমাৰীকাটা এৰি কাউলী-মুৱা হলোঁ। কাউলী নদীৰ নাম অনুসৰি এই বিৰাট অঞ্চলক কাউলী বুলি জনা যায়। সৰু নিজৰাৰ দৰে বহল পৰ্ব্বতীয়া নৈ এখন—নাম মোটোঙ্গা। নৈখনৰ বুকু শিলগুটিৰে ভৰা। খৰালি শুকাই গৈ ই সুতা এডালৰ দৰে হয়। ভৰ বাৰিষাও কোনো

কোনো ঠাইত ইয়াৰ পানী একাঠুতকৈ দ নহয়, অথচ সোঁতৰ কোব কি চাবা! সাপৰ নেজ ছিঙা ধাৰে মানুহ বগৰাই দিব খোজে। বালিপূর্ণ বহল বুকুখন কোনো কোনো ঠাইত আধা ফার্লংমান পথালিয়ে বিয়াপি আছে।

আমি মোটোঙ্গা পাৰ হৈ হাবিত প্ৰৱেশ কৰিলোঁ। বিৰাট হাবিখনি। কিছুদূৰ যোৱাত আমাৰ পুৰণি কাননগোৱে কবলৈ ধৰিলে যে পাঁচ-ছয় বছৰ আগতে হেনো সেইবোৰ মাটিৰ কিছু অংশ হাজো-ৰঙিয়া অঞ্চলৰ বানপানী-পীড়িত লোকসকলক দিয়া হৈছিল। পিছে বনৰীয়া হাতী আৰু মেলেৰীয়াৰ ভয় বানপানীৰ ভয়তকৈ চৰা হোৱাত তালৈ মানুহ হয় নাহিলেই, নহয় যিসকল আহিছিল তেওঁলোকো ঘৰৰ ফালে বানপানী শুকোৱাৰ খবৰ পোৱাৰ লগে লগে পুনঃ সসন্মানে উভতিল। এইখিনিতে কৈ থোৱা ভাল যে বাৰিষা নদীবোৰত ধল আহিলেই হাজো মুকলমুৱা অঞ্চলৰ বানপানী-পীড়িত অনেক কৃষকে টালি-টোপোলা ভাৰ বান্ধি লৈ ৰঙিয়া-তামোলপুৰ আলিয়েদি জঙ্গল মাটি খাবলৈ বুলি উত্তৰ মুৱা হয় আৰু দিনচেৰেকৰ পিছতেই পানী শুকালে পুনঃ সেই একে বাটেদিয়ে ঘৰমুৱা হয়।

আমি যিমানে আগ বাঢ়িবলৈ ধৰিলোঁ। ক্ৰমে হাবিও সিমানে গহীন হৈ আহিল। বেলিও প্ৰায় মূৰৰ ওপৰ পালেহি। আমি গৈহে আছোঁ। তিনিওটা হাতী হাবিত তল গৈছে; আমাৰ মূৰবোৰ জঙ্গলৰ সমানে সমানে আছে। কোনো কোনো ঠাইত আমি ওখ হও, কোনো কোনো ঠাইত হাবি ওখ হয়। তেতিয়া

আছিল বোধহয় আঘোণ মাহ। হাবিও গজলা দি উঠিছে।

গৈ থাকোঁতে থাকোঁতে দুপৰ হোৱা যেন লাগিল। হাতীৰ পিঠিত আৰোহণকাৰী সকলৰ মুখৰ মাত কমি আহিল। ইফালে ভোকে পেটত আলু-কচু খান্দিবলৈ ধৰিলে। উভতিলেও আবেলি তিনি-চাৰি বজাৰ আগতে মানুহৰ আশ্ৰয় পোৱাহি টান হব। ওপৰন্ত টৌ-টৌৱা ৰদ।

হাতীকেইটা শাৰী পাতি লৈ সমানে গৈ আছোঁ—ওচৰা-ওচৰিকৈ। মনত বনৰীয়া হাতীলৈ ভয় আছে। মই ৰহস্যৰ ছলেৰে ৰিফিউজী কাননগো বাহাৰ বাবুক কলোঁ। (তেওঁৰ নাম আছিল বাহাৰুদ্দিন; অসমীয়া মানুহ)—"বাহাৰ বাবু, আপুনি ইয়াত অকলে কাম কৰিব লাগিব। আপুনি দেখোন আমাতকৈও নীৰৱ হৈ পৰিছে। কি ধ্যান কৰিছে? কিবা 'প্লেন' ভাবিছেনে মূৰ্ত্তি দেখিয়ে চূৰ্ত্তি জ্ঞান হেৰাইছে? কওকচোন বাৰু আমাৰ দক্ষিণে জঙ্গল অঞ্চলত অনুমান কিমান মাটি হব?"

কাননগোৱে চক্‌মক্ খাই হাতীৰ পিঠিতে গা ঘূৰাই লৈ চাৰিওফালে এবাৰ কি দুবাৰ দৃষ্টি নিক্ষেপ কৰি পছিমমুৱা হৈ কলে—"ছাৰ, এই দক্ষিণেদিয়ে তো কমছে কম দহ হাজাৰ বিঘা মানৰ কম নহব যেন পাওঁ।"

মই গোসাঁইৰ ফালে চালোঁ। দেখিলোঁ তেওঁ জোৰ কৰি হাঁহিটো টিপি বন্ধ কৰি ৰাখিছে—নতুন কাননগোৱে বেয়া পাব বুলিয়ে নিশ্চয়! মই কলোঁ "হৈছে বাৰু, আপুনি ভবালে।

সেইফালে জানো দক্ষিণ ?  আপুনি দুপৰ হোৱা দেখি নমাজৰ কথা ভাবিছে হব পায়। আকৌ ভালকৈ ভাবি-চিন্তি চাই কওকচোন সঁচাকৈ দক্ষিণে কিমান মাটি হব ?'

এইবাৰ বাহাৰ বাবুৱে ঘপ্‌কৰে উত্তৰ-মুৰা হৈ কলে, "ছাৰ, এতিয়াহে মই দিশৰ উমান পাইছোঁ। দক্ষিণ এই ফালেহে ছাৰ, ছাৰ, এইফালে চাৰি-পাঁচ হাজাৰ বিঘামান নহবনে ?" কথা শুনি হাতীৰ মাউতহঁতে হাঁহিবলৈ ধৰিলে। মাউত আছিল দুটা চাওতাল আৰু এটা বৰো মানুহ। সিহঁতক হঁহা দেখি বাহাৰ বাবুৱে পোনেই কলে—"হেই মাউতহঁত, তহঁতে মাটিৰ কথা কি জান, হো ?  কিয় দাঁত চেলাইচ ?" এটা চাওতাল মাউতে পোনেই কলে—"নহয় দে ঐ বাবু, আমি মাটিৰ কতাত হাঁহা নাই দে ! কিবাত হাঁহিছোঁ।"

আমাৰ পুৰণি কাননগোৱে কলে—"হেই বাহাৰ, তই পগলাই বকাদি কি কব লাগিছ ? সেইখন কি দেখা নাই নেকি !" বাহাৰ বাবুৱে কলে—"দেখিছোঁ বাবু, সেইখন পৰ্ব্বত।" মণ্ডল আৰু কাননগোৱে পুৰণি কাননগোক বাবু বোলে।

মই কলোঁ—"বাহাৰ বাবু, সেইখন পৰ্ব্বত নহয়, সেইখন হিমালয়। এতিয়া কওকচোন, আমাৰ দক্ষিণে কিমান মাটি হব ?" বাহাৰ বাবুৱে কথাটো সিমানতো ধৰিব নোৱাৰিলে। তেওঁ কলে—"সেইখন ছাৰ, ভুটান পাহাৰহে।" মই কলোঁ— "বাক আপোনাৰ মতেই হওক, ভোট, অকা, ডফলা পাহাৰ-শ্ৰেণী। এতিয়া মোৰ প্ৰশ্নটোৰ উত্তৰ দিয়কচোন।"

বাহাৰবাবু এইবাৰ আৰু গহীন হ'ল আৰু পূবলৈ ঘূৰি কলে "ছাৰ, মই এতিয়াহে বুজিছোঁ। এই দক্ষিণে কম পক্ষেও আঠ-দহ হাজাৰ বিঘা হব। হাতীৰ মাউতহঁতে আকৌ হাঁহিলে। কাৰণ আৰম্ভৰে পৰা সিহঁতৰ দিশ ভুল হোৱা নাছিল। সিহঁতৰ লগতে এইবাৰ গোসাঁয়েও হাঁহিলে। মই কলোঁ—"আঠ-দহ হাজাৰ বিঘাটো আপুনি আজি নিশ্চয় ঘৰতে আওৰাই আহিছে।' বাহাৰ বাবুই কলে—"অলপ কম-বেছি হবও পাৰে ছাৰ! জুখিলে ওলাব।" মই কলোঁ—পিছত জুখিব বাৰু, আগতে দিশটো ঠিক কৰক। এইফালে জানো দক্ষিণ?"

বাহাৰ বাবুৰ তেতিয়া ভূগোলৰ জ্ঞান আহিল হবলা। তেওঁ ঘনে ঘনে মূৰৰ ওপৰৰ সূৰ্য্যটোলৈ চাই নিঃসহায়ভাৱে কলে, "ছাৰ, মূৰৰ ওপৰত বেলি থাকিলে এনে জঙ্গলী ঠাইত পূব-পছিম ধৰাই টান হৈ পৰে।"

মই কলোঁ—"কিয়? ভূগোল পাহৰিলে নেকি? যিবোৰ পৰ্ব্বতক আপুনি হিমালয় নুবুলি ভুটান বুলিলে সেই ভুটান পাহাৰ আমাৰ কোনকালে থাকে? কামৰূপৰ উত্তৰ সীমা মনত কৰকচোন!" তেতিয়া বাহাৰ বাবুই কলে, "সঁচাকৈ ছাৰ, বেলিটো মূৰৰ ওপৰত উঠি মোক দিশভুল কৰি তুলিছে।"

"আৰ, আৰ, ও" গোসাঁয়ে কলে—"বাৰু, মুঠে-মাঠে কিমান মাটি হব যেন পায়?"

বাহাৰ বাবুই পোনেই কলে—"নাই নাই বুলিও আঠ-দহ হাজাৰ বিঘা হব ছাৰ!" মই আকৌ কলোঁ—"ভালকৈ

চাই-চিন্তি কওঁকচোন। আঠ-দহ হাজাৰ বিঘাটো আজি আপুনি ঘৰতে ঠিক কৰি লৈ আহিছে হবলা। সেয়েহে আজি আপোনাৰ হিচাপবোৰ প্ৰত্যেক বাৰতে আঠ-দহ হাজাৰ বিঘা হব লাগিছে!” বাহাৰ বাবুই আকৌ কলে,—“ছাৰ, কম-বেছি আঠ দহ হাজাৰ বিঘা নহবনে, ছাৰ?

গোসাঁয়ে ঘপৰাই মাত দিলে—“আপুনি ঠিক আছে বাহাৰ বাবু! কম-বেছি নিশ্চয় হব। আমাকো সম্প্ৰতি সিমান মটিহে লাগে। পিছে আপুনি কাম কৰিব পাৰিব নে ইয়াত?”

বাহাৰ বাবু—কি কাম ছাৰ?

গোসাঁই—কি কামনো কৰিব খোজে?

মাউত এটাই কলে—‘জঙ্গল-চাফ।’

বাহাৰ বাবুই খঙত একো নাই হৈ কলে—“হেই মাউত, ইয়াদ ৰাখি কথা কবি। হাকিম ওচৰতে আছে, জানিছনে নাই?”

মাউতে উত্তৰ দিলে—“হামি হাকিমকে নাই বুলছি দেঐ।”

ডেওঁলোকৰ তৰ্কৰ মাজতে মই কলোঁ—“আপুনি ইয়াত বাক জ’ৰীপ কৰিব পাৰিব জানো?”

বাহাৰ বাবু—পৰা যাব ছাৰ।

—কেনেকৈ?

—তাবেৰে অয়ঞ্জে টান হব। কেডেষ্ট্ৰেল চাৰ্ভে কৰিব লাগিব।

কথা শুনি চাৰ্কোলৰ বুঢ়া কানন-গোৱে কলে—“তোৰ আজি

মূৰ ঘূৰিছে হব পায়। এই অটব্য অৰণ্যত তই কি কেডেষ্ট্ৰেল চাৰ্ভে কৰিবি? মনে মনে থাক!"

বাহাৰ বাবুই এইবাৰ ভাবিলে হবলা তেওঁক হাকিমসকলে একো নজনা বুলি ধৰি লব। গতিকে তেওঁ আকৌ কলে— "হয় ছাৰ, মই এতিয়াহে অলপ বুজিছোঁ। ইয়াত প্লে'ন টেবুল চাৰ্ভেত বাহিৰে অইন চাৰ্ভে নহব।"

মই নকৈ নোৱাৰিলোঁ— 'বাহাৰ বাবু, আপোনাৰ আক্কেল গুৰুম হৈছে। যত চেইন চাৰ্ভে নহয়, তাত জানো প্লে'ন টেবুল চাৰ্ভে হয়? চাৰ্ভে স্কুলত তাহানি শিকি অহা আটাইবোৰ কথাকেই দেখিছোঁ আপুনি এতিয়া আওৰাব। হৈছে বাৰু। আপোনাক আমি ৬।৭ দিনৰ কাৰণে এৰি যাম। চাই-চিন্তি, ঘূৰিপকি আপুনি এটা ৰিপোৰ্ট দিব।" "আৰ, আৰ, ও" গোসাঁয়েও তাকেই কলে। কাৰণ তেখেতহে প্ৰকৃততে বাহাৰ বাবুৰ মালিক। আমি সিমানৰ পৰাই উভতিলোঁ; কাৰণ তিনিজন মাউতে একে মুখে কলে বুনা (বনৰীয়া) হাতীৰ দল কৰবাত ওচৰতে আছে; এইবোৰ খোজ।"

( ২ )

তাৰ পিছত ছয়-সাত দিন গ'ল। লাহে লাহে বাৰ-চৈধ্য দিনো অতিবাহিত হ'ল। তথাপি বাহাৰ বাবুৰ দেখাদেখি নাই। তিনি সপ্তাহৰ মূৰত গুৱাহাটীৰ পৰা "আৰ, আৰ, ও" গোঁসায়ে মোলৈ লিখিলে—"বাহাৰ বাবুৰ ৰিপোৰ্টটো আপোনাৰ

মন্তব্যেৰে সৈতে পঠাওক। 'স্কীম' কৰিব লাগে। ইতিমধ্যে অৱশ্যে খোজ-খবৰ কৰি মই জানিব পাৰিছিলোঁ। যে বাহাৰ বাবু আমি অহাৰ দুদিনৰ পিছৰ পৰাই কাউন্সীলত নাই। ক'লৈ গৈছে কোনেও নাজানে।

গোঁসাইৰ চিঠি পাই বাহাৰ বাবুৰ বিষয়ে ভালকৈয়ে অনুসন্ধান লগালোঁ। থানাৰ "ও, চি"কো কলোঁ। তাৰে তিনি দিনৰ পিছত পঁচিশ দিনৰ দিনা বাহাৰ বাবুই ৰঙিয়া চাৰ্কোল অফিচত মোক দেখা কৰিলেহি। আগতে বাহাৰ বাবু ৰঙিয়া চাৰ্কোলৰে মণ্ডল আছিল। ভগনীয়া সংস্থাপনৰ কামত প্ৰমোচন বিচাৰি সেই বিভাগলৈ গৈছিল। তেওঁ আহি মোক যিদৰে কথাবোৰ কৈছিল—সেই দৃশ্যটো আজিও মোৰ মানস-চকুত ভাহি আছে। বাহাৰ বাবুই হাত যোৰকৈ কাতৰ নয়নে মোৰ ওচৰত নাটকীয় ভঙ্গীত কৈছিলহি—"ছাৰ, আপুনি মোক ৰক্ষা কৰিব লাগে। মোৰ আপুনি প্ৰাণটো ৰক্ষা কৰক ছাৰ! মই এইবাৰ মৰিম। মোক আনে ৰাখিব নোৱাৰে। আপুনি নাৰাখিলে ৰাখোতা নাই। মই এইবাৰ আৰু নাবাচোঁ। মই নিগমে মাৰিলোঁ ছাৰ!"

একে উশাহতে ইমানবোৰ কথা কোৱা শুনি মই তেনেই হতভম্ব হলোঁ। ভাবিলোঁ—এওঁৰ নিশ্চয় কিবা বিপদ হৈছে। কৰবাত কিবা দুৰ্ঘটনা ঘটাই আহিছে। মই কলোঁ—"বাহাৰ বাবু, কি হৈছে কওক। ৰিপোৰ্ট দিয়াত পলম হোৱা বাবে চাকৰি যায় বুলি ভয় কৰিছে নেকি?"

বাহাৰ বাবুই কলে—"নহয় ছাৰ, চাকৰিতকৈও মোৰ প্ৰাণলৈহে ভয় হৈছে।"

—কোনোবাই মাৰিব খুজিছে নেকি ? ক'ত কি কৰিছিল ?

—নহয় ছাৰ, কথা বিষম। আপোনালোক অহাৰ পিছ দিনাই সেই ঠাইত বুনা ( বনৰীয়া ) হাতী নামিছে। এপাল হাতী। মই তথাপি মৰণত শৰণ দি গৈছিলোঁ ঠাইবোৰ চাবলৈ। কিন্তু মোটোঙ্গাৰ পাৰত বুনা হাতীৰ খোজ দেখি মোৰ ধাতু উৰি গ'ল। একোটা খোজেই একোটা পাচিৰ সমান। বিশ্বাস কৰক ছাৰ, সেইদিনা ৰাতি সপোনতো মই সেই খোজবোৰ দেখিছিলোঁ।

—আপুনি পিছে হাতী দেখিলেনে নাই ?

—নাই ছাৰ, সেই হাতীৰ পাল দেখিলে নিশ্চয় মই থিতাতে মৰিলোঁহেতেন।

মোৰ হাঁহি উঠিছিল। কথমপি হাঁহি সম্বৰণ কৰি আকৌ সুধিলোঁ—"এতিয়া আপোনাক কিহৰ পৰা ৰক্ষা কৰিব লাগে ? হাতী তো নেদেখিলেই মাটিও নেদেখিলে। এতিয়া মিছা ৰিপোৰ্টখন দি চাকৰিটো ৰাখি দিলেই হব—নহয় জানো ?"

বাহাৰ বাবুই কলে—"নহয় ছাৰ। মোক আৰু অলপ কবলৈ দিয়ক। গোটেই সঁচা কথা ছাৰ। একামাৰো মিছা নকওঁ। খোদাই দেখিছে। এই ঘৰৰ তলত আছোঁ। সেই হাতী দেখি আহি মোৰ ঘৰত জ্বৰ উঠিলহি।"

—হাতী ক'ত দেখিলে ? খোজহে দেখিছিল বুলিলে !

—হয় ছাৰ। মোৰ খোজ দেখাতেই হাতী দেখাৰ দৰে হ'ল। মই জ্বৰত আজি তিনি সপ্তাহ ভুগিলোঁ। জ্বৰ এবে আকৌ উঠে। কাউলীৰ কথা মনত পৰিলেই মোৰ আকৌ গাটো সিয়ঁৰি উঠে আৰু লগে লগে জ্বৰ আহে। জ্বৰতো মই হেনো সেইবোৰকে প্ৰলাপ বকিছিলোঁ। আকৌ যদি মোক কাউলীলৈ পঠায় তেনেহলে মই আৰু নাবাচোঁ। মোৰ জীউটোৰ বধ নলব ছাৰ। বাছি থাকিলে মই খুজি-মাগিয়ে খাম। মোৰ লৰা-ছোৱালীকেইটাৰ বধৰ ভাগী নহব ছাৰ। মোক মণ্ডল কৰিয়ে ৰাখক, কাউলীত কাননগো নাপাতিব। ল'ৰা-তিৰোতা থকা কোনো লোককে তালৈ নপঠাব ছাৰ!

মই হাঁহিলোঁ। ভাবিলোঁ—বাহাৰ বাবুই ভবালে। তথাপি অভয় দান দি তেওঁক বিদায় দিলোঁ, কাৰণ সেই অৱস্থাত তাকে কৰাত বাহিৰে মোৰ আৰু অন্য উপায় নাছিল। মোৰ পৰা অভয় পাই তেৱোঁ কিঞ্চিৎ হাঁহিলে আৰু ঘূৰি গৈ নিজৰ ঠাইত বহিল। এইদৰে বাহাৰ বাবুৰ আৰু কানন-গো হোৱা নহ'ল।

ইয়াৰ পাছত, এখনৰ পিছত এখনকৈ বাহাৰ বাবুৰ ছুটীৰ দৰ্খাস্ত আহি থাকিবলৈ ধৰিলে। দৰ্খাস্তবোৰ পাই পোনতে মোৰ সন্দেহ হৈছিল—নিশ্চয় বাহাৰ বাবুই মোৰ কথাত প্ৰত্যয় মানিব পৰা নাই—; তেওঁ কানন-গো হোৱাৰ ভয়তে এইখন খেলা খেলিছে। পিছত দেখিলোঁ সি নহয়। এদিন শুনিবলৈ

পালেঁ। বাহাৰ বাবু আৰু ইহ-সংসাৰত নাই। লেঠাৰি নিছিগা বেমাৰৰ জাউৰিয়ে বাহাৰ বাবুক সংসাৰৰূপী কাউলীৰ পৰা চিৰকাললৈ আঁতৰাই নিলে। এইদৰে বাহাৰ বাবু গ'ল সঁচা, তেওঁৰ কাৰ্য্য-কলাপে কিন্তু মোৰ স্মৃতি-পটত গভীৰ ৰেখা-পাত কৰি গ'ল। তেওঁৰ সৰল কথাবোৰ যেন আজিও মোৰ স্মৃতিৰ কৰ্ণ-কূহৰত বাজে! তেওঁৰ ভীতি-কাতৰ ছবিটি যেন আজিও মোৰ মানস-চকুত ভাহি উঠে!

জীৱনৰ মোহ, চাকৰিৰ মমতা, পদোন্নতিৰ হেপাহ—এই আটাইবোৰে বোধহয় মানুহক এইদৰেই জুৰুলা কৰে!

---

# মাণিকৰ জানত টুলুঙা নাৱৰ বুকুত

বাৰিষা ধল আহিলে কোনো কোনো চাৰ্কোলৰ একো একোটা অঞ্চল তেনেই প্ৰলয়-পয়োধিত পৰিণত হয়। কামৰূপ জিলাৰ বৰ্ণিয়া চাৰ্কোলৰেই দক্ষিণ অঞ্চল তেনেকুৱা। নদী-বোৰতো বৃহৎ বানপানী হবৰ কাৰণে বোলে একোটা নিৰ্দ্দিষ্ট বছৰ থাকে। গাঁৱৰ মানুহবোৰৰ ধাৰণা প্ৰত্যেক দহ বছৰৰ মূৰে মূৰে নৈত একোবাৰ ডাঙৰ ধল আছে। তাকে নৈৰ জোৱাৰ উঠাও বোলে। যৌৱন বুজোৱা যুৱন শব্দৰ লগত ইয়াৰ সম্বন্ধ নাথাকিব পাৰে, কিন্তু কাৰ্য্যত দুয়োটা শব্দ একে পৰ্য্যায়ৰ।

১৯৫২ চনৰ কথা। বৰলীয়া, পাগলাদিয়া, পুঠিমাৰী আৰু নোনা এই চাৰিওটা নদী সেইবাৰ একে সময়তে বলিয়া হৈ উঠিছিল। চাৰিওটা নদীৰ উৎপাতত বৰ্ণিয়াৰ দক্ষিণ অঞ্চল প্ৰায়ে জুকলা হৈ থাকে। সেই বাৰৰ উৎপাত কিন্তু আগতকৈও চৰিছিল।

সেইদিনা বোধহয় শনিবাৰ। সন্ধিয়া গৰকাপ্তানি বিভাগৰ চৰকাৰী আলিয়েদি চাইকেল মাৰি ঘূৰি আহিছোঁ; ক'তো বানপানীৰ উমঘাম নাই। খাল-পুখুৰীবোৰ অৱশ্যে বৰষুণৰ পানীত ওপচি পৰিছে। বৰলীয়া নদী কাণৰ সমান হৈ নাচি-বাগি বৈ আছে। নৈৰ পাৰত নদীৰ সোঁত আৰু উটি অহা

গছ-বিৰিখ চোৱা মানুহ ঢেৰ। আকাশ তেতিয়াও ডাৱৰীয়া। ওন্দোলাই আছে। কেতিয়া বৰষুণ হয় ইয়ত্তা নাই। কঠোৰ কৰ্ত্তব্য সমাগত বুলি ভাবি আমাৰ মন গধুৰ হৈছে যদিও নতুন পানী দেখি মনত আনন্দ নালাগিও থকা নাই।

সেইদিনা ৰাতি স্থানীয় হৰদত্ত-বীৰদত্ত ভৱনত ডেকাসকলৰ দ্বাৰা এখন নাটক অভিনীত হৈছিল। ৰাতি সোনকালে খাই-বৈ আমি ভাওনা চাবলৈ গৈছিলোঁ। ভাওনাৰ নাটক বোধহয় 'কুৰুক্ষেত্ৰ' আছিল। ভালকৈ মনত নাই, কিয়নো চকু ভাওনাত থাকিলেও মন আছিল বানপানীৰ চিন্তাত। চাৰিকোলত বানপানী হলে অকল যে গাঁও-ভুঁইতে হয়, এনে নহয়। ছবডিপুটী কলেক্টৰৰ অন্তৰতো হয়। গাঁৱৰ মানুহৰ লগতেই তেৱোঁ জীউ টোপোলা বান্ধিব লাগে।

পিছে, ভাওনা চাই থাকোঁতেই ৰাতি প্ৰায় এঘাৰমান বজাত হৰ্ হৰ্ কৰি ৰাস্তাৰ ওপৰেদি পানী বাগৰি আহি নাট্যশালাৰ প্ৰাঙ্গণত সোমাল। চাই থাকোঁতেই ঘৰৰ ভেটি তল যাব লগীয়া হ'লহি। ভাওনাৰ কুৰুক্ষেত্ৰই দৰ্শকৰ চকুৰ আগতে বাস্তৱ আকাৰ ললে। ভাওনা এৰি মানুহ ঘৰলৈ লৰ দিলে। ভাওনা এনেয়ে বন্ধ হ'ল। মঞ্চত বীৰ-দৰ্পে সেই কথা প্ৰচাৰ কৰিব লগীয়া নহ'ল। চাৰে এঘাৰমান বজাত ঘৰলৈ আহি দেখোঁ ওচৰৰ ঠাইবোৰ পানীৰ তলত। ততাতৈয়াকৈ মানুহ পঠিয়াই অফিচৰ কাগজবোৰ ৰক্ষা কৰাৰ ব্যৱস্থা কৰিলোঁ। চাৰি-পাচ ঘণ্টাৰ ভিতৰতে ভীষণ বানপানী হ'ল। ৰাতি বাৰ

বজাৰ পৰা মণ্ডল, কাননগো, মহৰী, কেৰাণী সকলোৱে অফিচৰ কাগজ-পত্ৰ পাৰেমানে চিলিঙাত তুলিলে। ৰাস্তাত পানী এপেট হ'ল। অফিচৰ খিৰিকীৰ তলৰ কাঠ পানীত তল গ'ল। অফিচৰ চোতাল আৰু ঘৰৰ মজিয়াইদি পানীৰ সোঁত পৰিল। কলৰ ভুৰ এখন সাজি লৈ দোকমোকালিতে অফিচ-ঘৰটো চাই আহিলোঁগৈ।

দুপৰীয়া টেলিগ্ৰাম কৰি ডেপুটী কমিচনাৰ চাহেবক গাঁও-ভূঁই আৰু অফিচৰ অৱস্থা জনালোঁ। কেৰাণী-মহৰীসকলে কলে "ডি, চি, ৰ আদেশ নহলে অফিচ তো বন্ধ ৰাখিব নোৱাৰি, কি কৰা যায়? হৰদত্ত-বীৰদত্ত ভৱনৰ ওপৰ মহলাতে বহুৱা যাওঁক। যিহেতু আপুনি তাৰ সভাপতি, আমি কাৰো অনুমতিও লব নালাগে।"

কৰ্ত্তব্যজ্ঞানৰ পৰাই তেওঁলোকে তেনে কথা কৈছিল নে বিবুধিত পৰিয়ে কৈছিল নাজানো। মই কলোঁ—"অফিচ পানীৰ সোঁতে ভাঙি নেপেলোৱালৈকে তো আগৰ ঠাইতেই থাকিব। পিছে আপোনালোকে অন্য ক'তো নবহি মোৰ চ'ৰা ঘৰতে বহিব। অফিচৰ কাম বন্ধ কৰি এতিয়া বানপানীৰ প্ৰকোপ ক'ত কেনে আৰু সাহায্য কোন ঠাইত কেনেকৈ দিয়া হব ইত্যাদি কথাৰ আলচ কৰা হব, আৰু দক্ষিণ অঞ্চলৰ মণ্ডল-সকলক সেই উদ্দেশ্যে নিজ নিজ লাটলৈ পঠোৱা হব। কিন্তু এতিয়া গাঁও-ভূঁইৰ খবৰ সংগ্ৰহ কৰা যায় কিদৰে?" এনেকৈ কৈ মই মণ্ডলবোৰ মতাই আনি গাঁৱে-ভূঁয়ে খা-খবৰ লবলৈ

আৰু ক্ষয়-ক্ষতিৰ প্ৰাথমিক বাৰ্ত্তা আনিবলৈ যাবলৈ দিলোঁ। মই নিজেও দক্ষিণৰ ক্ষতিগ্ৰস্ত অঞ্চললৈ যাবলৈ নাও বিচাৰি পঠালোঁ।

ৰঙিয়াত তেতিয়া মোৰ সহকাৰী সমাহৰ্ত্তা আছিল— অনুজ-প্ৰতিম শ্ৰীগিৰিজাকুমাৰ দাস। তেখেতৰ লগত আলোচনা কৰি দক্ষিণ অঞ্চল দুভাগ কৰি লৈ তেখেতক এফালে পঠালোঁ— মই এফালে ওলালোঁ।

তেওঁ গ'ল সানেইকুছি, পূৰ্ণদৈচপৰা আদিৰ ফালে, মই ওলালোঁ ডোবোক, চন্মাগুৰি আদি অঞ্চললৈ। তেওঁ সানেই-কুছিৰ দুজনমান মুখিয়াল মানুহৰ সহায়ত ওলাল। মই কিন্তু খবৰ কৰিও দুদিনলৈ নাও এখনকে নাপালোঁ। ৰঙিয়া অঞ্চলত কাৰো নাও নাই। ইফালে ৰঙিয়াৰ পৰা ডোবোক, চনমাগুৰি আদি ঠাইবোৰলৈ যাবলৈ সুবিধামতে আলি-পদূলিও নাই। নাৱেৰে নগলে নচলে। ডোবোকৰ ফালে দুই-একোখন ঘাঁহ-কটা নাও আছে, কিন্তু সেই দুৰ্যোগৰ সময়ত কাৰ নাও, কোনে এৰি দিব? কোনেও টকা দিলেও নাও নিদিয়ে। নাওখনেই সকলোৰে জীউ হৈ পৰে।

সেইদিনা সন্ধিয়া গুৱাহাটীৰ পৰা এজলাচী হাকিম শ্ৰীযতীন্দ্ৰ হাজৰিকাও গৈ ৰঙিয়াত ওলাল। জিলাৰ বৰচাহেবে হেনো ৰঙিয়াৰ বিলাই-বিপত্তিৰ বাৰ্ত্তা শুনি তেখেতক পঠাইছিল মোক সহায় কৰিবলৈ। দুয়ো আলচ কৰি ঠিক কৰিলোঁ—পিছদিনা দুয়ো সেই অঞ্চলৰ কাননগোক লগত লৈ ৰেলৰ আলিয়েদি

গৈ থাকি য'তে যাৰে নাও পাওঁ ধৰি লম। তেনে কোনেও ইচ্ছাকৰি নাও নিদিয়ে। হুৰ্মুৰ্ যাত্ৰা, যিকৰে বিধাতা। মই প্ৰস্তাৱ কৰিলোঁ মোৰ ঘৰতেই পুৱা ভাত বজাত খিচিৰী-তিচিৰী কিবা অলপ খাই দিনটো আগত লৈ আমি সকলোকেইজন ওলাম। হাজৰিকাৰ সম্বন্ধীয়া ভনীয়েক এগৰাকীক ৰঙিয়াতে বিয়া দিছিল। গতিকে তেওঁ কলে যে মোৰ তাত তেনেকৈ খাই গলে ভনীয়েকক তেওঁ লাজ দিয়া হব। গতিকে তেওঁ ভনীয়েকৰ ঘৰতেই খাই ওলাব। লাগিলে ঘূৰি আহি ৰাতিৰ সাজ তেওঁ মোৰ ঘৰত খাব।

পুৱা সেইমতে ওলালোঁ। ৰেলৰ আলিয়েদি গৈ চেঞ্চি গাঁও পোৱাত আমি এখন নাও পালোঁ। নাওখন আমাক নিবলৈয়ে হেনো চন্মাগুৰিৰ পৰা গৈছিল। দলঘাঁহ কটা নাও, তেনেই সৰু। নাৱৰীয়াৰ মতে পাঁচ-ছয়জন উঠিব পাৰি—আমাৰ মতে নাৱৰীয়া দুজনক বাদ দি কথমপি দুজন। নাৱৰীয়াহঁতৰ কথা মতেই মৰণত শৰণ দি আমি তিনিও উঠিলোঁ; কাননগো, হাজৰিকা আৰু মই। নাৱে বুকু-বুকু লগালে। তাতে নাওখনে আকৌ কাষেদি পানী দিছিল, অৰ্থাৎ কাঠৰ জোৰাইদি পানীৰ চলা আছিল। সেই পিনেদি পানী নিজৰি নিজৰি আহি নাওখন ভৰি পৰিছিল। কাননগোৱে কলে—"মই নাওতেই ডাঙৰ হোৱা মানুহ। পানীক ভয় নকৰোঁ; কিন্তু ইয়াত আটাই কেইজন মানুহ যাব নোৱাৰি। বাইচাক লৈ চাৰিজনৰ বেছি একোপধ্যে যাব নোৱাৰি। মই আলিয়েদি ঘূৰি যিয়ালদুৰ

পাৰোঁ যাওঁ। আপোনালোক নাৱত যাওঁক। সৌ সন্ধিয়াঝাৰৰ ওচৰত লগালগি হৈ এটা ব্যৱস্থা কৰিম। আৰু এখন নাও পালে লম; নহলে আটায়ে গুভোতাই ভাল হব। এই নাৱত যোৱা ঠিক নহব।” নাৱৰীয়াহতঁক তেওঁ কলে—“তহঁতে মাণিকৰ জানৰ ওচৰলৈ নাও নিনিবি।”

সেই মতেই কাম হ’ল। আমি গৈ থাকিলোঁ নাৱত; কাননগো গৈ থাকিল বানপানীৰ মাজৰ অকাঁপকাঁ বাটেদি। আমাৰ নাওখন বিলৰ ওপৰেদি গ’ল। বিলত চৰি-বাৰী নথয়। ইফালে পানীৰ সোঁতো অলপ আছে। নাৱৰ ভিতৰলৈ সোমোৱা পানীবোৰ মই এটা কলৰ দোনাৰে অনবৰত সিঁচি গৈছিলোঁ।

হাজৰিকাৰ সদায় সহাস্য বদন। তেওঁ কেৱল কৈ গৈছে “মই হলে সাতুৰিব নাজানো। নাৱৰ অৱস্থা ভাল দেখা নাই!” হাজৰিকা তেতিয়া অবিবাহিত আছিল। তাতে গুৱাহাটী চহৰত তেওঁৰ পদৱী আৰু চেহেৰা দেখি বহুত সম্ভ্ৰান্ত লোকে তেওঁক ধৰিবলৈ জাল পতাৰ গম মই নোপোৱাকৈ নাছিলোঁ; কাৰণ তেওঁ তেতিয়া উজানবজাৰৰ জোৰপুখুৰীৰ পাৰত মোৰ শহুৰদেউতাহঁতৰ এটা ভাৰা ঘৰতে আছিল। মই নাৱৰীয়াহঁতক খেমালিৰ সুৰত কালোঁ—“চাবাহে ককাইহঁত, মোৰ কাৰণে বৰকৈ নাভাবিলেও হব, কাৰণ মোৰ পৰিবাৰ আৰু লৰা ছোৱালী আছে; কিন্তু এখেত নতুন হাকিম। এখেতৰ কিবা হব লাগিলে বহুতৰে আশা ছেদ হব। লগাভগা, আত্মীয়

স্বজন, বন্ধু-বান্ধৱ আদিয়ে তো কান্দিবই—তেওঁলোকৰ একো সম্বন্ধ নথকাসকলৰো কোনোৱে কলেজৰ “কমনৰুমত” বা ‘লাইব্ৰেৰী”ত, অন্য কোনোৱে বা খিৰিকীৰ মুখত থিয় হৈ চকু-লো টুকিব।” হাজৰিকাই হাঁহি হাঁহি কেৱল নহয়, নহয় বুলি গৈ থাকিল।

কিছুদূৰ যোৱাত পানীৰ কোবাল সোঁত আৰু সাগৰৰ দৰে বিস্তৃত জলখণ্ড দেখি মই সুধিলোঁ—“কাননগোৱে যে সন্দিয়াঝাৰ বোলা ঠাইৰ ওচৰ পালেঁাহি নেকি নাৱৰীয়া ককাইহঁত?” নাৱৰীয়াই কলে—“নহয় ছাৰ, আমি সেই পিনেদি নগলোঁ। কাননগোৱে কোৱাপিনেদি গলে আপোনালোকে আমাৰ গাঁও চাব নোৱাৰিলেহেঁতেন।”

মই একো কবলৈ নৌ পাওঁতেই হাজৰিকাই কলে “তেনেহলে আমি কাননগোৱে মনা কৰা সেই মাণিকৰ জানৰ ফালেহে আহিলোঁ নেকি?”

নাৱৰীয়াদুজনে একেমুখে কলে, “হয় ছাৰ, হয়।”

মই অলপ খংমুৱা হৈ কলোঁ—“এতিয়াও নাও ওভোতাই লোৱা। তোমালোকে সোঁতত নাও এৰি দি আমাক ভৰনদীত নাও বুৰাই মাৰিব খুজিছা নেকি?”

এজন নাৱৰীয়াই কলে-“একো নহয় দেউতা, ভগৱানৰ কৃপাত একো নহয়। আমি আছোঁ।” মই আকৌ কলোঁ— “কথা শুনাহে। নাও ঘূৰাবলৈ কৈছোঁ, ঘূৰাই লোৱা। পানীৰ সোঁত দেখি এতিয়াই আমাৰ ভয় লাগিছে।”

নাৱৰীয়াই কলে—"দেউতা, আমি মাণিকৰ জান পাবলৈ এতিয়াও ভালেখিনি বাকী। অন্য কোন গাঁৱলৈ যাম? প্ৰায় আধা মাইলমান গ'লেহে গাঁও পাম। ইফালে আমাক গঙ্গা মায়ে টানিছে। হে মা গঙ্গা, তুমি ৰাখিবা।"

হাজৰিকাৰ কি হৈছিল নাজানো—মোৰ কিন্তু বুকু কঁপি উঠিছিল। নাওৰ বাৰ পানীৰ ওপৰত মাত্ৰ দুই আঙুলমানহে ওলাই আছিল। তাতে ফুটা নাও। কথা কৈ থকা সময়তো মই পানী সিঁচিয়ে আছিলোঁ। নাৱৰীয়াই "হে মা গঙ্গা, তুমি ৰাখিবা" বোলাত মই কলোঁ। "কি গঙ্গা বুলিছাহে? আমি মাণিকৰ জানৰ পিনে আগুৱায়ে আছোঁ নেকি? এইখন দেখোন পগলাদিয়া নদী হব পায়! আমি কি ঠাই পাইছোঁ? নাও ঘূৰাই লোৱা, ঘূৰাই লোৱা; কথা শুনা। গঙ্গাত মৰি আমি স্বৰ্গলৈ যাব নোখোজোঁ।"

নাৱৰীয়াই কলে—"নহয় ছাৰ, নাও ঘূৰাবৰ আমাৰ আৰু কি সাধ্য? মায়ে টানিছে। আমি মাণিকৰ জানৰ নিচেই ওচৰ পালোঁহি! সোঁত বৰ প্ৰবল। নাও ঘূৰাব খুজিলে বুৰিব পাৰে।"

নাৱৰীয়াৰ এই কথা কেই আষাৰে মোৰ অন্তৰখন যেন তেনেই ছেপিহে ধৰিলে। মই চকুৰে ধুৱলী-কুৱঁলি দেখিলোঁ। আপোনাআপুনি ছুয়ো চকুৰেদি গিৰ্ গিৰ্ কৈ চকুলো ওলাল। বিষ্ণুৰ শত নাম মনৰ ভিতৰত গাবলৈ ধৰিলোঁ, কথা একো মুখেদি নোলাল। কেৱল ভাবিলোঁ নাৱৰীয়াৰ লগত এতিয়া

খং-ৰাগ কৰি তৰ্ক কৰাৰ সময় নহয়। যদি সঁচাকৈয়ে সিহঁত দুজনেই আমাৰ দুৱোৰো যমদূত-কালদূত হব লগা আছিল তেন্তে হব। কোনে বাধা দিব পাৰে? মুখলৈ আৰু নখা-তিৰোতালৈ সঘনে মনত পৰিবলৈ ধৰিলে। আহিবৰ সময়ত ঘৰত দিহা ভাৰসা দি আহিবৰো নহ'ল। হাজৰিকাক ইংৰাজীতে কলোঁ "হাজৰিকা, সঁচাকৈয়ে আপোনাক লগত আনি মই বৰ বেজাৰ পালোঁ। তথাপি যাৰ প্ৰতিকাৰ নাই তাক সহ্য কৰিবই লাগিব। কোনো ৰকমে আপুনি নাওখন টলং-ভটং কৰিবলৈ নিদি একেথিৰে বহি যাব।"

কথাখিনি কৈ মই নাৱৰীয়াক আকৌ সুধিলোঁ—"নাওখন কি কাঠৰহে?" উত্তৰ আহিল—"শাল কাঠৰ, ছাৰ।" মই কলোঁ, "বাৰু ভালেই হৈছে ব'লা। গলে একেলগে যাম। নাৱো নোপঙে, আমিও নোপঙো, তেনেই মিলি গৈছে।"

হাজৰিকাই কথাটো ভালকৈ বুজিব নোৱাৰি সুধিলে,—"তাৰ মানে?"

"তাৰ মানে' আন একো নহয়, ডুবিলে তলি পাবগৈ। ভয় নকৰিব। আমি তো নিজৰ কাৰণে অহা নাই। তথাপি যদি ভগৱানৰ ইচ্ছা হয় যে আমাৰ কাম হৈ গৈছে তেন্তে আমি যাবই লাগিব। যাম।"

এইদৰে অলপ দূৰ যোৱাৰ লগে লগে দেখিলোঁ চাৰিওকালৰ পানীবোৰ যেন উধাতু খাই লৰি আহি কববাত লগ হব খুজিছে! যেন কেঁচা মঙহ নিবৰ কাৰণে আকাশৰ পৰা চিলনীয়েহে চৌচা

লৈছে। নাৱৰীয়াহঁতে নাও বাবলৈ এৰি দিলে। তেওঁলোকৰ দুয়োবো মুখত কেৱল—"হে মাই গঙ্গা, হে মাই লুইত; তুমি ৰাখিবা! দোহাই আই মহাৰাণীৰ দোহাই। তুমি আমাক ৰাখিবা মাই"—ধ্বনি!

মই মৰণত শৰণ দি কলোঁ—"এতিয়াও কাষ চপাই নিব নোৱাৰিবনে? পাবা যদি চোৱা।"

—দেউতা, একো নকৰ। মায়ে টানিলে মাত্ত মাতিব নাপায়। মায়ে আমাক টানিছে। মাছে টানি নিয়া বৰশীৰ পুঙাহে যেন আমি এতিয়া। আমি আৰু কি কৰিব পাৰোঁ?"

কথা শুনি আৰু বেছি ভয় লাগিল। দূৰৰ পৰা গৰখীয়া কিছুমানে হৰপায়, চিয়ঁৰি কোৱা কাণত পৰিল—"এই কেইটা ক'ৰ অকৰা ঐ? যম বিচাৰি যোৱা এই কেইটা কোন ঐ? মৰিবি, মৰিবি, কাষ চপাই ল।"

ইফালে প্ৰবল সোঁতে নাওখন বায়ুবেগে উটাই লৈ গ'ল। পানীবোৰ গৈ সঁচাকৈয়ে বাঁহৰ চোপেৰে তৈয়াৰী, দুটা গড়ৰ দৰে দুই ছেঁপৰ মাজৰ ঠেক ঠাইত লগ হৈ কিবে কোবাল গতিত ওলট-পালট হৈ বৈ গৈছে! পানীৰ একো একোটা পাক-ঘূৰণি যেন চুলি-মেলি ওভট-গোৰে উন্মাউল হৈ নৃত্য কৰা দেওধনীৰ নৃত্যহে। ধীৰ স্থিৰ জলৰূপী নাৰায়ণবো যে এনে প্ৰলয়ঙ্কৰী মূৰ্তি থাকিব পাৰে, এনে তাণ্ডৱ নৃত্য কেতিয়াবা হব পাৰে তাক অনভিজ্ঞ লোকে অনুমান কৰিব নোৱাৰে।

চকুৰ পচাৰতে আমাৰ নাওখন গৈ নামনিৰ পথাৰ দৰে ঠেকেচা খাই জানত পৰিল। একে ঠেকেচাতে যেন বহি গৈ নদীৰ তলি হে পালোঁ।—এনেকুৱা লাগিল। নাওখন গৈ কথমপিহে পাৰত বাগৰি পৰি থকা আঁহত গছ এজোপাত নালাগিল। মুহূর্ত্তৰ ভিতৰতে আমাক সোঁতে প্ৰায় পোৱা মাইলমান বাট টানি দূৰাই ঘূৰাই লৈ গ'ল। হাতত ব'ঠা লৈ নাৱৰীয়াইত থিয় হৈয়ে থাকিল। আমি কি ভাবিছিলোঁ, কি কৰিছিলোঁ কব নোৱাৰোঁ।

তাৰ পিছত নাৱৰীয়াই কলে, "দেউতাইঁত, আই মা ভগৱতীৰ কৃপাত আমি আজিলৈ বাচিলোঁ। ক্ষমা কৰিব দেউতাসকল! এইবাৰ মাণিকৰ জান এনে হৈ উঠিছে বুলি জনা নাছিলোঁ। আমি নাও এই পিনেদি অনা নাছিলোঁ। এয়ে প্ৰথম।"

মই কলোঁ—"যি হ'ল, হ'ল; এতিয়াও বিপদ কাটি যোৱা নাই। আমাক এতিয়া নি এখন গাঁৱত লগাই দিয়া। সাৱধানে বাই নিবা। নাও পাৰ পোৱাৰ সময়তহে হেনো ডুবে; গতিকে সাৱধান।"

আমি গৈ চন্দ্ৰমাগুৰি নামে গাঁও পালোঁ। ভেতিয়া বোধহয় দিনৰ দুই মান বাজিছিল। ভয়ত ইমানপৰে ভোকপিয়াহ সকলো পাহৰি আছিলোঁ। এতিয়া এনে লাগিল যেন এটোপা চাহ পালেও প্ৰাণটো ৰক্ষা পৰে। তথাপি লাজত কাকো চাহ খুজিবলৈ নহ'ল। হাজৰিকা মোতকৈ লাজকুৰীয়া। ইবৰ কথাও; ভেকা ল'ৰা, ভাতে আৰিছে। ইমান সময়ে তেওঁ কেন

মোৰ হাতত আৰু ময়ো যেন নাৱৰীয়াৰ হাতত—"যথা নিযুক্তোঽস্মি তথা কৰোমি" হৈ পৰিছিলোঁ।

নাৱৰীয়াদুজনে নিজৰ নিজৰ ঘৰবাৰীবোৰ দেখুৱাবলৈ ধৰিলে। দুখ-দুৰ্গতিৰ কথা কলে। লোকচানৰ হিচাপ দিলে। ওচৰৰ লৰা-বুঢ়া, মতা-মাইকী মানুহে আহি ভৰি পৰিল। সকলোৰে সেই একে কথা "আমাক সোনকালে ধান-চাউল দি সহায় কৰক, দেউতা, নহলে মৰিম। কেঁচা কল সিজাই খাইছোঁ: খাবলৈ একো নাই। চাঙত উঠি আৰু কিমান দিন থাকিম?"

এইদৰে থাকোঁতেই গড়কাপ্তানি বিভাগত কাম কৰা সেই ঠাইৰ মহৰী এজনৰ আমাৰ ওপৰত পুতৌ জন্মিল। তেওঁ আমাক চাহ দুগিলাচ যাচিলে। আমিও আগ্ৰহেৰে খাই ওচৰৰে গাঁও ডোবোকলৈ এবাৰ যাবলৈ ওলালোঁ। কাৰণ ডোবোকৰ মানুহৰ দুখ-দুৰ্গতি যিয়ে নহওক—চনমাগুৰিলৈ আহি ডোবোকলৈ নগলে তাৰ মানুহে আমাক সুখে নেৰে। ডোবোকৰ মানুহ কেৱল হাতে-কামেই নহয়, মুখেৰেও কাটন। আমি ডোবোকলৈ যাত্ৰা কৰিলোঁ। ডোবোক ঠাইডোখৰ দ। পিতনিও তাত আছে দুমুক বা ডুমুক থকা বাবেই নেকি ঠাইডোখৰৰ নাম ডোবোক!

বাটত শুনিবলৈ পালোঁ যে ডোবোক পোৱাৰ আগতে কেই-ঘৰমান মানুহৰ ঘৰত আমি বিচাৰি চালে প্ৰায় ৮।১০ হাজাৰ মোণ ধান পাম। কথাটো শুনিয়েই মই কলোঁ—"আঠ-দহ হাজাৰ মোণ ধান আয়তনত কিমান হব, বোধকৰোঁ খবৰ দিওঁতাসকলৰ আন্দাজ নাই। তথাপি সেই গিৰীকেইঘৰ চাবলৈ বুলি নাও ৰাখি খোজ

কাঢ়ি আগ বাঢ়িলোঁ। প্ৰায় আধা মাইলমান ৰোকাই-পানীয়ে খোজ কাঢ়ি গৈ যিঘৰ মানুহৰ আটাইতকৈ বেছি ধান থকা বুলি শুনিছিলোঁ তাতে ওলালোঁগৈ। গিৰিহঁতৰ অনুমতি লৈ জোতা খুলি গৈ নিজেই ভৰাঁল চালোঁ। দেখিলোঁ ভৰাঁলত ধান প্ৰায় পঞ্চাশ মোণ মান হব। যিসকল লোকে আপত্তি কৰিছিল মই তেওঁলোকক গৈ চাবলৈ কলোঁ। তেওঁলোকৰ এজনে গৈ চালে আৰু হতাশ হ'ল। তেৰেঁই কলে—"তাত আৰু অন্য কাৰো ভৰাঁল নাচালেও হব।"

গিৰিহঁতে তেতিয়া কলে—"ইহতঁৰ এয়ে আখেজ আছিল। আজি পূৰ হল। মোৰ ভৰাঁল পৰীক্ষা কৰাই ধান ভগাই লব এয়ে আছিল ইহতঁৰ প্ৰতিজ্ঞা। ইমান দিনে ইহঁতৰ দুই-চাৰিজনক যি পাৰোঁ সহায় কৰিছিলোঁ—আজিৰ পৰা তাৰো ভিকাচন ভাগিল।" আমি তেতিয়া দুয়োপক্ষকে সকলো কথা বুজাই দি দুয়োপক্ষৰ ভুল ভাঙি মিলাই দি উভতিলোঁ।

বাটলৈ ওলাই আহি হাজৰিকাই কলে—"বৰুৱা, মই আৰু লৰিব-চৰিব নোৱাৰা হৈ পৰিছোঁ। গা কেনে লাগিছে কবই নোৱাৰোঁ।" তেওঁ বনৰ ওপৰতে বহি পৰিল। মই লাজ-কাজ কাতি কৰি থৈ গিৰিহঁতক ডাব দুটামান আমাক দাম লৈ দিবলৈ অনুৰোধ কৰিলোঁ। গিৰিহঁতে চকীদুখন আথেবেথে অনাই বহিবলৈ দি কলে—"আপোনালোকৰ লবালৰিখন দেখিহে চাহ-জলপান একো যাচিবলৈ সাহ নহ'ল। নহলে আমিও অসমীয়া মানুহ, আলহী-অতিথিৰ অভ্যৰ্থনা আমিও জানো।" ইয়াকে কৈ

ডাব এথোক পাৰি আনিলে। আমি চাহ দিবলৈ বাধা দিলোঁ। কাৰণ, তেতিয়া প্ৰায় চাৰিমান বাজিছিল। আমি উভতি গৈ বণ্ডিয়া পাব লাগে। ইকালে ডোবোক চাবলৈ তেতিয়াও বাকী।

ডাবৰ পানী হাজৰিকাক পোনতে যাচিলোঁ। তেওঁ কলে—"মোৰ পেট পকাব, নাখাওঁ। আপুনি খাওঁক। মই শুদা পেটে আছোঁ।" কথাটো মোৰ আধা বুজা, আধা নুবুজা যেন লাগিল, কাৰণ শুদা পেটে তো ময়ো আছিলোঁ। তথাপি পোনেই কলোঁ—"পেট পকোৱালৈ ভয় নকৰিব। গৰমৰ দিনৰ মফচলত আপুনি এই এটা মাত্ৰ উৎকৃষ্ট বস্তু পাব। ডাবৰ পানীয়ে কাকো কেতিয়াও অপকাৰ নকৰে। খাওঁক।" তেওঁ খালে। দাম দিব খোজাত গিৰিহতে কলে—"অপমান কৰে কিয় দেউতাইত। আমিনো ডাব কেইটাবো মানুহ নহলোনে? অন্য বস্তু আমাৰ ভাত দুখীয়া বুলি ঘিণ কৰি নাখায়ঃ ডাবৰ পানী মাত্ৰ খাইছে। আমি নো ধান বেচিলোঁ বুলি এতিয়া ডাবৰ পানীও আপোলালোকত বেচিব লাগিলনে?" আমি ধন্যবাদ দি তামোল একোখন খাই উঠিলোঁ। অন্য বিভাগৰ কৰ্ম্মচাৰী অনেকৰে ঈৰ্ষাপূৰ্ণ অভিমত এই যে গাঁৱত জাস-নাৰিকল ছুব-ডিপুটীৰ অভ্যৰ্থনাৰ এটি প্ৰধান সম্বল। নাৰিকল থকা ঠাইত কথাটো তেনেই মিছাও নহয়!

(৪)

নাৱেৰে আহি ডোবোক পালোঁ। তাত ইকালে-সিকালে কিছু ঘুৰাফিৰা কৰি বুজিলোঁ ক্ষতিৰ পৰিমাণ বৰ বেছি নহয়।

আমি যোৱা গম পাই ডোবোকৰ শ্ৰীপৰমানন্দ শৰ্ম্মাই আমাক বিচাৰি গ'ল আৰু লগ ধৰিলে। আমি তেওঁৰ অনুৰোধত তেওঁৰ ঘৰলৈ গলোঁ। যাবৰ ইচ্ছাও আছিল, কাৰণ এইবাৰ নাৱত যাওঁতে হাজৰিকাই এটা বিষয়ত আত্মপ্ৰকাশ নকৰি নোৱাৰিলে। নাৱৰীয়াইতে সুবুদ্ধিবৰ কাৰণে ইংৰাজীতে তেওঁ মোক কলে— যে সেইদিনা পুৱা তেওঁ ভনীয়েকৰ ঘৰত একো খাই যোৱা নাছিল। শুদাপেটে সাধাৰণভাৱে চাহ অলপ খায়ে গুলাইছিল। কিয়নো তেওঁৰ ভনীয়েকহঁতত উঠোতেই পুৱা সাত বাজিছিল। মই শুনি বৰ দুখ পাই কৈছিলোঁ যে তেওঁ লাজ নকৰি মোৰ ঘৰতে কিবাকিবি অলপ খাই যোৱা উচিত আছিল। এনে অৱস্থাত শ্ৰীপৰমানন্দ শৰ্ম্মাই ঘৰলৈ মতাত ভালেই পালোঁ আৰু হাজৰিকাৰ ভোকৰ কথা অনুমান কৰি ধেমালিৰ সুৰত কলোঁ—"শৰ্ম্মা, কিন্তু শুদা চাহ দিলে নহব। শুদা চাহে পেট পকায়। খাবলৈ কি আছে উলিয়াই আনক। আমাৰ আজিৰ দিনটো তেনেই বানপানীৰ পানী জুখি ফুৰোঁতেই গৈছে। নিজৰ জু লবলৈকে আহৰি পোৱা নাই।"

শৰ্ম্মাই আধাঘন্টামানৰ ভিতৰতে আমাক ভগত পিঠা আৰু জিলাপিৰে চাহ দিলে। আমিও তাকে ভোক পলাই খালোঁ।

তেতিয়া প্ৰায় চকা পাতত বহোঁ বহোঁ। মই কলোঁ— "আমি এতিয়া শীঘ্ৰে যাওঁ। পাৰে যদি আমাক অন্ত এখন অলপ ভাওৰ নাও যোগাৰ কৰি দিয়ক আৰু আগবঢ়াই থৈ আহক।"

শৰ্ম্মাই পোনেই কলে— 'আপুনি হাজাৰ কলেও মই এই কাল সন্ধিয়া মাণিকৰ জানেদি যাবলৈ আপোনালোকক এৰি নিদিওঁ ছাৰ। মই এই ঠাইৰ মানুহ ; মই ঘাট-বাট সকলো জানো। সিদিনা মাত্র ৩।৪ খন নাও তাত ডুবিছে—মানুহো দুজন মৰিল। আজি আপোনালোকে এই গৰিবৰ ঘৰতে হেলা নকৰি এমুঠি শুদাই-নিকাই খাই-বৈ শুই থাকক। কাইলৈ আপোনালোকক আমি সকলোৱে দিহা-পোহা কৰি ইচ্ছাদঘৰীয়াৰ কাষেদি পাৰ কৰি দিম। পি-ডব্লিউ-ডিৰ ৰাস্তাটোত বাইজে ধৰি নাওখন টানি পাৰ কৰি দিলেই চলিব। আপোনালোক আৰু মাণিকৰ জানেদি যাব নালাগে। যমৰ লগত খেলা কৰা ঠিক নহয়। আপোনালোকৰ জীৱনৰ মূল্য আছে।” মাণিকৰ জানৰ হাত সাৰিম বুলি জানি আমিও সকাহ পোৱা যেন পালোঁ। দ্বিৰুক্তি নকৰি ৰাতি তেওঁৰ ঘৰতে থাকিবলৈ ললোঁ।

সন্ধিয়া সাত-আঠ মান বজাত গৰু-গাই বান্ধি উঠি গাঁৱৰ মানুহবোৰ আহি ভৰি পৰিল। আমি হাত-ভৰি ধুই দুয়ো দুখন আওজা চকীত বহি বাইজৰ লগত কথা পাতি আছোঁ। পানীৰ কথানো আৰু কিমান পাতিম ? মই কলোঁ—“শৰ্ম্মা, আপোনালোকৰ ইয়াত কোনেও সুৰ লগাই পুথি পঢ়িব নাজানেনে ? যদি জানে মাতক, আমি সকলোৱে পুথিকে শুনো। এনে বতৰত, বিপদ-আপদৰ সময়ত, মানুহে ঈশ্বৰৰ নাম লোৱা ভাল।” গাঁৱৰ মানুহবোৰে মোৰ প্ৰস্তাৱটোতে স্বয়ম্ভৰ দিলে। শৰ্ম্মাই তেওঁৰ ওচৰতে থকা শ্ৰীমুক্তাৰাম শৰ্ম্মালৈ

নাৱৰ মানুহ এজনক মাতি আনি কলে—"দেঐ মুক্তা, আজি হাকিমসকলক তই পুথি পঢ়িয়ে শুনৌ দে।" মুক্তাৰামে পোনতে অলপ নম্ৰতাৰে কেৰজেৰ কৰি উঠি মহাভাৰতখন শৰ্ম্মাৰ ঘৰৰ পৰায়ে আনি বিৰাট পৰ্ব্বতে আৰম্ভ কৰিলে। আমি শুনিবলৈ ললোঁ। মানুহে চোতাল ভৰি পৰিল। ব্যাখ্যা কৰাই ব্যাখ্যা কৰিবলৈ ধৰিলে, মুক্তাৰ লগত ৰাগা ধৰাই ৰাগা ধৰিলে। শুনি বৰ ভাল লাগিল। ময়ো তাতে চেওৰ মূৰত চাপৰি বজাই মাজে মাজে পুথিৰ অৰ্থবোৰ ভাঙ্গি কৰলৈ ধৰিলোঁ। এজন সমজুৱাই এটি চুকৰ পৰা মাত দিলে-- "হাকিমেও আমাৰ অসমীয়া কথা জানে!"

এইদৰে ৰাতি প্ৰায় এঘাৰ মান বাজিল। ৰাইজৰ অনুমতি লৈ আমি খোৱা-বোৱা কৰি আকৌ বহিলোঁহি। ভাগৱত-শুৱলৈ ইচ্ছা গৈছে, কিন্তু ৰাইজক পাছ দি এৰি যাবও নোৱাৰোঁ। চাওতে চাওতে ৰাতি দোভাগ হল। আমি দেখিলোঁ সেইদৰে থাকিলে ৰাতি অনায়াসে পুৱাবগৈ। তেতিয়া আমি ৰাইজসকলক ঘৰলৈ যাবলৈ অনুৰোধ কৰি বিশ্ৰাম লবলৈ ইচ্ছা প্ৰকাশ কৰাত ৰাইজ ঘৰাঘৰি গ'ল।

পিছদিনা শ্ৰীপৰমানন্দ শৰ্ম্মাৰ উপদেশ মতেই আহি ৰঙিয়া পালোঁহি। ৰঙিয়া পাই ঘৰ সোমাইছোঁহে এনেতে পৰিবাৰে কান্দিবলৈ ধৰিলে। ভাবিলোঁ নিশ্চয় কিবা দুৰ্ঘটনা ঘটিছে। তাতে ৰঙিয়া অঞ্চলত চোৰৰ উপদ্ৰৱ বৰ বেছি। সুধিলোঁ— "কিবা চোৰ-ডোৰ আহিছিল নেকি? কি হ'ল?"

"কাননগো সন্ধিয়া আপোনালোক আহিলনে নাই খবৰ লবলৈ আহিছিল। তেওঁ কলে—"হাকিমক মই বিপদত কোনোদিন এৰি অহা নাছিলোঁ। আজি নাও সৰু দেখি লগত নগৈ ডাঙৰ ভুল কৰিলোঁ। দুষ্ট নাৱৰীয়াহঁতে বা ক'ত ঘূৰাই লৈ ফুৰিছে! মাণিকৰ জানলৈ নগলেই ৰক্ষা।"—কথা শুনি আমি সকলোৱে চকুলো মচিছিলোঁ। তেওঁ মাণিকৰ জানৰ কথা আমাক কৈছিল।"

এনেতে লৰাছোৱালীবোৰেও মোৰ মাত শুনি চাৰিওফালৰ পৰা লৰি আহি মোক আগুৰি ধৰিলে। পত্নীয়ে কলে "এতিয়াও সময় আছে। এই চাকৰি এৰি দিয়ক। কৰবাত প্ৰাইভেট কলেজতে সোমাওক। এনে চাকৰি কৰিব নালাগে।" মই কলোঁ প্ৰাণ লৈ অহিলোঁ যেতিয়া—সম্প্ৰতি সেইবোৰ এৰা। মই নমৰিলে আন কানোবা মৰিব লাগিব। গা ধুবলৈ পানী দিয়া।"

আমাৰ চাৰি-পাঁচ বছৰীয়া পুত্ৰ সোণে মাকক সুধিলে—"দেউতাই সঁচাকে চাকৰি এৰি দিব নেকি মা? আমি তেতিয়া ক'লৈ যাম? কেনেকৈ খাম?"

মই কলোঁ—"শুনা, তোমাৰ প্ৰশ্নৰ উত্তৰ সোণে দিছে, শুনা। সমস্যা সি বুজে আৰু মই বুজোঁ; তুমি নুবুজা।"

তেওঁৰ মনৰ বোজা পাতলাবলৈ মই কলোঁ—"বিপদ-বিঘিনি ক'ত নাই, হয়? শিং গধুৰবুলি ম'হ পলাব পাৰে জানো?"

---

# ইঞ্জিনিয়াৰিং কলেজৰ স্থান নিৰূপণ

তেতিয়া কামৰূপ জিলাৰ ডি, চি, বা উপায়ুক্ত আছিল শ্ৰী বি, চি, কাপুৰ ; সম্পূৰ্ণ নাম শ্ৰীবলবীৰ চাঁদ কাপুৰ। তলতীয়া কৰ্ম্মচাৰীক আৱশ্যকমতে 'ক্ষণে রুষ্ট, ক্ষণে তুষ্ট' হৈ মিঠা-তিতা দুয়োপ্ৰকাৰ ব্যৱহাৰ দেখুৱাত তেখেত সুনিপুণ আছিল। এটা কিন্তু মন কৰিবলগীয়া কথা এই যে অন্যই তেওঁৰ কৰ্ম্মচাৰীক অনাহকত নিন্দা বা আক্ৰমণ কৰি কিবা কলে তেওঁ তৎক্ষণাৎ মুখ পাতি ধৰিছিল। নিজৰ মত সহজে এৰি নিদিয়া বিষয়াসকলৰ ভিতৰত তেখেত আছিল অন্যতম। 'সাত ভাৱন্ত' ঘূৰি আহি তেওঁ পুনৰ নিজৰ মতকে সমৰ্থন কৰিব যে কৰিবই।

১৯৫৫ চনত প্ৰথম পলাশবাৰী গৰাখহনীয়াৰ সময়ত কাম কৰোঁতে এজনা উচ্চ-পদস্থ কৰ্ম্মচাৰীৰ কামত কিবা একেৰি আসোঁৱাহ বৈ গৈছিল। তাতে ৰাইজে গৈ কাপুৰ চাহেবৰ লগালত তেখেত এদিন আবেলি কাম চাবলৈ গল। তেখেতে কথাবোৰ ৰাজইৰ পৰা শুনি লৈ নিজে চোৱা-চিন্তা কৰিলে আৰু কৰ্ম্মচাৰী-জনক ডাক-বঙলালৈ মাতি নি ৰবকৈ বকিলে। বাহিৰলৈ ওলাই আহিও সন্ধিয়া এখন ৰাজহুৱা সভা পাতিবলৈ স্থানীয় মুখিয়াল লোকসকলক কলে। কৰ্ম্মচাৰীজনে এইবোৰ দেখি মোক কলেহি, "আজি বোধহয় কাপুৰ চাহেবে মোক সভাত প্ৰকাশ্যে নিন্দা কৰিব! মই জানো সেই সভাত থকা ভাল হব? উপস্থিত

থাকিলে মই আত্মপক্ষ সমৰ্থন কৰিমেই আৰু তেতিয়া হয়তো তেখেতৰ অপ্ৰিয় কথা মোৰ মুখেৰে ওলাব পাৰে। সেইটো মই ভাল পোৱা নাই। আপুনি কি কয়?" মই কলোঁ—"থাকক-চোন। তেওঁনো কিয় বেয়াকৈ কব? ভিতৰুৱাকৈ কোৱা কথা এৰক।"

যথাসময়ত সভা বহিল। মানুহ ভৰি পৰিল। একেই বিপদৰ সময়, তাতে জিলাৰ স্বয়ং জিলাধিপতিয়ে নিমন্ত্ৰণ কৰিছে! সভাৰ মাজত পোনেই সভাৰ উদ্দেশ্য কোৱ'ৰ সুৰ কাণুৰ চাহেবে যি বক্তৃতা আৰম্ভ কৰি দিলে, আমি শুনি তেনেই স্তব্ধ হলোঁ। তেখেতে কলে—"আপোনালোকে আলোচনা কৰোঁতে এইটো নাপাহৰিব যে মোৰ অফিচাৰসকল আৰু ময়ো মানুহ। তেওঁ-লোকৰ কৰ্ত্তব্যৰ সময় বন্ধা আছে। স্কুল-কলেজৰ শিক্ষকৰ দৰে দীঘলীয়া বন্ধ তেওঁলোকে নাপায়! তেওঁলোকে দিন-ৰাতিৰ ভেদাভেদ নোহোৱাকৈ কামত খাটিব লাগে বুলিও ক'তো লিখা নাই। তথাপি আপোনালোকে দেখিছে—দিনে-নিশাই, উজাগৰে-অনাহাৰে থাকিও তেওঁলোকে আপোনালোকৰ কেনেকৈ শুশ্ৰূষা কৰিব লাগিছে। কোনো মুহূৰ্ত্ততে ওজৰ-আপত্তি কৰা নাই, কোনো সময়তে 'নাই-নোৱাৰোঁ' বোলা নাই। এনে স্থলত অবিৰামভাৱে কাম কৰি যাওঁতে যদি কিবা ক্ৰটী-বিচ্যুতিও হয় সেইবোৰ জানো আপোনালোকে ধৰি লোৱা উচিত? একেজন লোকে আটাইকে কেনেকৈ তুষ্ট কৰিব পাৰে? তেওঁলোক যদি ৰুচি যায় বা ৰোগাক্ৰান্ত হয় তেতিয়া কোন মানুহে আহি এই কাম

চলাব ? মই ডি, চি, হিচাপে অভিজ্ঞতাৰ পৰা কব পাৰোঁ। যে তেওঁলোক দুজন লোকে আজি ছয় দিনৰ ভিতৰত যি কাম কৰিছে, সেই কাম সাধাৰণ অৱস্থাত চাৰিজন লোকে আনকি ছমাহতো শেষ কৰিব নোৱাৰিব। হাবি কাটি, মাটি জুখি, খণ্ড খণ্ডকৈ ভগাই দিয়াৰে পৰা যান-বাহনৰ যা-যোগাৰ কৰি মানুহক বস্তু-বাহানিৰে সৈতে নি খোৱা-বোৱাৰ ব্যৱস্থা কৰি দিয়া, বস্ত্ৰ, চিকিৎসা আদিৰ যোগান ধৰা আদি সকলো কাম তেওঁলোকৰ ওপৰতে জাপি দিয়া হৈছে। তেওঁলোকেও যথাসাধ্য সেইবোৰ কৰিছে। এনে স্থলত আপোনালোকে তেওঁলোকৰ কামৰ কণো প্ৰশংসা নকৰি কেৱল নিন্দা কৰিবলৈ যোৱাটো জানো সমীচীন হৈছে ? ইত্যাদি”

বৰচাহেবৰ এনেকুৱা বক্তৃতাত সকলো সমজুৱা তুষ্ট হ’ল। দুজনমানে নিজৰ দোষ স্বীকাৰ কৰি বক্তৃতাও দিলে। কাপুৰ চাহেব আছিল এনেকুৱা প্ৰকৃতিৰ লোক। পিছে সতী সীতাৰ জীৱনতো অগ্নি পৰীক্ষা আছে আৰু এনেবোৰ কাৰ্য্যদক্ষ অফিচাৰো কেতিয়াবা অশোভন অৱস্থাৰ সম্মুখীন হব লগীয়া হয়। তাৰে এটা উদাহৰণ দিওঁ।

১৯৫৫ চনৰ কথা। মই তেতিয়া গুৱাহাটী চাৰ্কোলৰ সমাহৰ্ত্তা। বোধহয় মাৰ্চ্চ মাহৰ তৃতীয় সপ্তাহমানত খবৰ পোৱা গ’ল ভূমি-মন্ত্ৰী মহোদয়ে নিজে ইঞ্জিনিয়াৰিং কলেজৰ কাৰণে মাটি চাব আৰু স্থান নিৰূপণ কৰিব। ৰেভিনিউ-মিনিষ্টাৰক ৰাজহ মন্ত্ৰী বোলাতকৈও ভূমি-মন্ত্ৰী বোলাহে সমীচীন হব যেন

পাওঁ। কাৰণ ৰাজহতকৈও ভূমি সম্পৰ্কেহে তেখেতে বেছি চিন্তা কৰিব লাগে। সি যি হওক খবৰটোৰ বিভং একো নথকা হেতুকে মন্ত্ৰী মহোদয়ে ক'ত মাটি চাব, কি ধৰণৰ মাটি চাব, কিমান মাটি লাগিব এনেবোৰ কথাৰ শুংসূত্ৰ আমি কোনেও নাপালোঁ। চিন্তিত হৈ মই বৰচাহেবক সোধাত তেখেতে সমস্যা সহজ কৰি কৈ থলে—"য'তে চায় দেখুৱাবা। মণ্ডল-কানন-গো আৰু কাকত-পত্ৰ ঠিক-ঠাক ৰাখিবা।" এতিয়া কোন ঠাইৰ মণ্ডলক কম, কি কাকত আনিবলৈ কম, কোন গাঁৱৰ কাকত-পত্ৰ ঠিক-ঠাক ৰাখিবলৈ কম, আদি কথাৰ উৱাদিহ নাপাই মই পুনঃ তেখেতক জনা-নজনা ভাও ধৰি কলোঁ।— "সম্ভৱ জালুকবাৰীৰ ফালে চাব ?" তেখেতৰ উত্তৰ আহিল— "হব পাৰে ; ময়ো বেছি একো নাজানো। তুমি আগে আটাই বোৰ ঠাই চাই লোৱা আৰু মোকো ইতিমধ্যে দেখুৱাবা।"

মই নিৰুপায় হলোঁ। মনতে ভাবিলোঁ মাটিত আঁক টানি মঙ্গল চোৱাত বাহিৰে দেখোন আৰু উপায় নাই। কিয়নো ইমান কম সময়ৰ ভিতৰত চাইকেলেৰে ঘূৰি সমগ্ৰ গুৱাহাটীৰ চতুৰ্দিশৰ আটাইবোৰ ঠাই চোৱা সম্ভৱ নহয়। ভাবি-গুণি জালুকবাৰীৰ মাটিবোৰকেই এবাৰ ভালকৈ চাই আহিলোঁগৈ। বৰচাহেবকো নি সেইবোৰকে দেখুৱালোঁ। এইদৰেই যথাসাধ্য সাজু হলোঁ।

সম্ভৱ সেইদিনা আছিল মাৰ্চ্চ মাহৰ চব্বিশ তাৰিখ। সেইদিনা সন্ধিয়া তাঁৰৰ খবৰ পোৱা গ'ল চাব্বিশ তাৰিখ

শনিবাৰে ভাটীবেলা মন্ত্ৰী ডাঙৰীয়াই মাটি চাব। মই তেওঁলোকে জালুকবাৰী অঞ্চলৰ মণ্ডল শ্ৰীধৰ্ম্মেশ্বৰ দাসক মতাই আনি কাগজ-পত্ৰবোৰ পৰীক্ষা কৰি চালোঁ। ঠাইবোৰ মেপৰ লগত মিলাই আকৌ এবাৰ চাই আহিলোঁগৈ। কাননগো শ্ৰীকাশীনাথ পাটোৱাৰীকো ঠিকমতে সাজু থাকিবলৈ উপদেশ দিলোঁ। শনিবাৰ বুলি তেওঁ মুখৰ ভিতৰতে কিবা একাষাৰ কব খুজিছিল হবলা, এনেতে মই কথাটো পাতল কৰিবৰ কাৰণে কলোঁ।--"সিবোৰ একো নকৰ, শনিবাৰ সকলোৰে কাৰণে শনিবাৰ। শনিবাৰৰ আনন্দ বা কষ্ট সকলোৰে কাৰণে একে ধৰণৰ হব।" তেওঁ তপৰাই উত্তৰ দিলে—"অ হয়, ছাৰ হয়।" এইদৰে আমি তপতিয়াৰ হৈ থাকিলোঁহক।

ছাব্বিশ মাৰ্চ্চ শনিবাৰে দুপৰীয়া চাৰ্কিট হাউচ'ত সাজু হৈ বৈ থাকোঁতেই এক, দুইকৈ তিনি বাজিল। তেতিয়া ৰাজহ মন্ত্ৰী বৰা ডাঙৰীয়াই 'ছুৰডিগুটী' ক'ত বুলি মোক ওচৰলৈ মাতি নি সুধিলে—"মাটি আমি আজি এতিয়াই চামগৈ; ক'ত ক'ত আছে?" মই কলোঁ—"কোন দিশত ক'ত চায় সেইটো কলেই হয়, চাৰিওফালে আছে।" তেখেতৰ গুৱাহাটীখন আৰু তাৰ ওচৰৰ মাটিবোৰৰ বিষয়ে ভাল জ্ঞান আছে। তেখেতে পোনেই কলে—"উত্তৰে ক'ত আছে?" মই কলোঁ—"ভেটেৰিনেৰি কলেজৰ কাৰণে আমি সিদিনা মাটি বিচাৰি উত্তৰ গুৱাহাটীলৈও গৈছিলোঁ।" মন্ত্ৰীডাঙৰীয়াই কলে—"নালাগে, আমি প্ৰথমে জালুকবাৰীত চাম, তাৰ পাছত খানাপাৰাত আৰু

শেহত লাগিলে বামুণীমৈদামত।” ইয়াকে কৈ তেখেত পুনঃ প্ৰকোষ্ঠত সোমাল।

মই তেতিয়া মণ্ডল-কাননগোসকলক সুধিলোঁ---“আমাৰ কাকত-পত্ৰ ঠিক আছেনে? বৰাডাঙৰীয়াৰ কিন্তু সকলোবোৰ জনা আছে।” উত্তৰ আহিল—“আমাৰ সকলো ঠিক আছে ছাৰ।” মই পুনঃ মণ্ডলক উদ্দেশ্য কৰি কলোঁ-“কালি চোৱা জালুকবাৰীৰ মাটিবোৰৰ কাগজ-পত্ৰ ঠিক আছে নে?” তেওঁ কলে---“হয়, আছে। সকলো কাকত-পত্ৰ মোৰ লগতে আছে। চাব নেকি ছাৰ?” মই উত্তৰ দিলোঁ—“নালাগে। যুদ্ধ-ক্ষেত্ৰতহে ঢাল-তৰোৱালৰ দৰকাৰ। ৰাখক।”

অলপ পিছতে এজন দুজনকৈ ৰেবাগৰাকীও মন্ত্ৰীডাঙৰীয়া ‘চাৰ্কিট হাউচ’ৰ নিজ নিজ কক্ষৰ পৰা ওলাই মটৰত উঠিবলৈ ধৰিলে। ময়ো ততালিকে চাইকেলখন ‘চাৰ্কিট হাউচ’ৰ ওচৰৰ বকুলজোপাত আওজাই থৈ কাৰ মটৰত কৃপাপ্ৰাৰ্থী হৈ ওলাম আৰু মোৰ নন্দি-ভৃঙ্গী মণ্ডল-কাননগোসকলক নিয়াৰ কি ব্যৱস্থা কৰিম তাকে ভাবি ইফালে সিফালে চাবলৈ ধৰিলোঁ। এনেতে ৰাজহ-মন্ত্ৰী ডাঙৰীয়াৰ ওচৰত থিয় হৈ থকা বৰচাহেৰ কাপুৰে কলে— “বৰুৱা, মোৰ গাৰীখন লৈ তুমি যোৱা। তুৰন্তে গৈ ‘টাউন প্লেনাৰ’ মিষ্টাৰ মেৰাড়াকো লৈ আহা। যোৱা, পলম নকৰিবা। সিদিনা তুমি দেখুৱা ঠাইলৈকে আমি আগবাঢ়ি যাওঁ।” মোৰ আৰু কিবাকিবি সুধিবৰ ইচ্ছা হৈছিল, কিন্তু তেখেত ৰাজহমন্ত্ৰী

ডাঙৰীয়াৰ গাৰীত ইতিমধ্যে প্ৰবেশ কৰিলত মই নীৰৱে তেখেতৰ ( ডি. চি. ৰ ) গাৰীত বহিলোঁ। গৈ আৰু ড্ৰাইভাৰক কলোঁ।—"ব'লা: শীঘ্ৰে মিষ্টাৰ মেৰাড়াৰ বঙলালৈ ব'লা।" মণ্ডল-কাননগোসকলক মই মোৰ লগতে ললোঁ।।

ভেতিয়া টাউন প্লেনাৰ মিষ্টাৰ মেৰাড়াৰ অফিচ কুকুৰমূতাত লোকপ্ৰিয় বৰদলৈৰ পুৰণি ঘৰৰ সম্মুখৰ দুমহলীয়া ঘৰ এটাত। কুকুৰমূতা বুলিলে মানুহে আজিকালি হয়তো বুজিবলৈয়ে টান পাব। কিয়নো ভাল মানুহৰ বসতি হোৱাৰ লগেলগে ঠাইৰ আপচু নামবোৰো শুচি ভাল হয়। কুকুৰ-মূতাবো এছোৱাক এতিয়া হেডায়েতপুৰ আৰু আন ছোৱাক শিলপুখুৰী বোলা হয়।

ড্ৰাইভাৰক মই দ্ৰুত গতিত গাৰী চলাবলৈ কলোঁ।। অলপ কেইমিনিটমানৰ ভিতৰতে মেৰাড়াচাহেবৰ বঙলা পালোঁগৈ। মিষ্টাৰ মেৰাড়া সেই সময়ত ওপৰ মহলাৰ শয়ন-কক্ষত আছিল। ঘৰটোৰ তলৰ ছোৱাত অফিচ আৰু ওপৰ মহলাত মেৰাড়া চাহেব থাকে। আজিকালি এনেকুৱা থকা ঘৰৰ লগত সংলগ্ন অফিচেই সৰহ। সাধাৰণতে ডাঙৰ আৰু নতুন অফিচাৰসকলৰ অস্থায়ী অফিচবোৰ তেনেকুৱা!

মই গৈ পোৱা সময়ত মিষ্টাৰ মেৰাড়া আছিল বিশ্ৰামত। শনিবাৰ বাবে সেইদিনা অফিচতো আমোলা-মহৰী কোনো নাছিল। চকীদাৰটোৱে বঙলাৰ সম্মুখতে ফুলনিৰ ওচৰত ৰহল দি আছিল। চকীদাৰক মই কলোঁ।—"চাহেবক মাতি

দিয়া।" সি কলে—"মই নোৱাৰোঁ। খং কৰিব। এইমাত্র অফিচৰ পৰা গৈ শুইছে। টোপনি আহিছে হবলা।" চকীদাৰৰ হাতত কাগজ এখন পঠাব খুজিলোঁ—তাকো সি নিবলৈ সন্মত নহল। মন্ত্রীবাহাদুৰ, বৰচাহেবডাঙৰীয়া আদি বৰলোক সকলৰ নাম কলোঁ—তাতো সি গণিতা নকৰিলে। ভাবিলোঁ কথা বিষম। বিশল্যকৰণী আনোতে আনোতেই এতিয়া দেখোন সময় উকলি যায়। ই কথাই কথা নহয়—মেন্নাড়াৰ বোষতকৈ মন্ত্রীৰ বোষ ডাঙৰ। ইয়াকে ভাবি খটখটিত জোতাৰে শব্দ কৰি টান টানকৈ মিষ্টাৰ মেন্নাড়াক মাতিবলৈ ধৰিলোঁ। কেইবাবাৰো মতাৰ পিছত তেখেত ওলাই আহিল। তেখেতক অহা দেখি চকীদাৰে তৎপৰতা দেখুৱাবলৈ মোক কলে—"মই আপোনাক নামাতিবলৈ কোৱা সত্ত্বেও আপুনি কিয় 'হাল্লা' কৰিছে?" মই কলোঁ—"ৰবাহে বোপাটি, তুমি কিমান পানীৰ মাছ বুজিছোঁ। এতিয়া চুপ থাকা। তোমাৰ চাকৰি ৰব। ভয় নাই।"

তেতিয়া মিষ্টাৰ মেন্নাড়াৰ ককালত পাইজামা আৰু গাত গেঞ্জিটো মাত্র আছিল। চকু মোহাৰি মোহাৰি ওলাই অহা দেখিয়েই মই অৱস্থাটো বুজিলোঁ। তেখেত আগৰে পৰা মোৰ লগত পৰিচিত। সময় অকণো অপব্যয় নকৰি মঙ্গলকামনাৰ লগে লগেই মই আগমনৰ উদ্দেশ্য খোৰতে কলোঁ আৰু সাহ হবলৈ অনুৰোধ কৰিলোঁ। তেখেতেও ভিতৰলৈ গৈ অলপ সময়ৰ ভিতৰতে সাজু হৈ ওলাই আহিল আৰু সুধিলে—"তাক

কোন কোন আছে ?" মই কলোঁ।—"বাটত কম ব'লক। ডি. চি, চীফ ইঞ্জিনিয়াৰ, বিশ্ববিদ্যালয়ৰ মুখ্য কৰ্ম্মকৰ্ত্তাসকল, শিক্ষামন্ত্ৰী, পি., ডব্লিউ ডি মন্ত্ৰী, জঙ্গল বিভাগৰ মন্ত্ৰী, ৰাজহ মন্ত্ৰী আদি অনেক।" কথা শুনি তেখেত অলপ থমক খালে। কলে—"খন্তেক ৰব ; মই এইমাত্ৰ আহিম।" কথাষাৰ কৈয়ে তেখেত ভিতৰলৈ গ'ল। তাৰ পিছত কিছুপৰ সকলো নীৰৱ। মই অতিষ্ঠ হৈ কলোঁ।—"মিষ্টাৰ মেন্নাড়া, মন্ত্ৰীসকল যদি বিৰক্ত হৈ ওভতে তেন্তে জগৰ মোৰেই নহয় আপোনাৰো হ'ব।" তৎক্ষণাৎ এটা ধুনীয়া পোচাক পিন্ধি তেখেত ওলাই আহিল। মিষ্টাৰ মেন্নাড়া তেতিয়াও অসমত নতুন হৈয়ে আছিল।

আমি ততাতৈয়াকৈ গৈ মটৰত উঠিলোঁ। ড্ৰাইভাৰে জালুকবাৰী অভিমুখে মটৰ দ্ৰুতগতিত চলাবলৈ ধৰিলে। যথাস্থানত গৈ দেখোঁ—মন্ত্ৰীমহোদয়সকলৰ কোনো তাত নাই। ইফালে-সিফালে চাই নিৰুপায় হৈ অগত্যা কিজানি চাৰ্ভে স্কুললৈয়ে গ'ল বুলি ভাবি পোনে পোনে তালৈ কোব ললোঁ। কাৰণ কাপুৰ চাহেবে এবাৰ কৈছিল যে চাৰ্ভে স্কুলটো উঠাই গুৱাহাটীৰ বামুণীমৈদামলৈ নি তাতে ইঞ্জিনিয়াৰিং কলেজ পতা উচিত! তালৈ গৈ দেখোঁ—তাতো কোনো নাই। কোনোবা এজনক সুধি উত্তৰ পালোঁ।—মন্ত্ৰীসকলৰ গাৰী তালৈ যোৱাই নাই। মটৰ লৈ আকৌ ঘূৰিলোঁ।—আগৰ ঠাইলৈ। যাওঁতে বাটত ঘ'তে যাকে পাওঁ মন্ত্ৰীসকলৰ পতাকাধাৰী গাৰী যোৱা দেখিছিল নে সুধিবলৈ ধৰিলোঁ। লৈ লৈ পুনঃ বিশ্ববিদ্যালয়ৰ

দক্ষিণে থকা পৰ্ব্বতমালাৰ প্ৰান্ত-পথ পালোঁ। কোনেও আমাক মন্ত্ৰীমহোদয়সকলৰ সঠিক সন্ধান দিব নোৱাৰিলে। তেতিয়া আমাৰ অৱস্থা তাহানি ঠিক ৰামৰ অনুচৰসকলে আই সীতাক বিচাৰি হাবাথুৰি খোৱাৰ দৰে হৈছিল। মটৰ চলাই আকৌ আমি ইফালে-সিফালে সেই ঠাই ডোখৰতে ঘূৰিবলৈ ধৰিলোঁ। বাটত মানুহ পালেই আমি মটৰ ৰখাই মন্ত্ৰীমহোদয়সকলৰ ৰাজকীয় পতাকা-শোভিত গাৰীৰ খবৰ সুধিছিলোঁ। বিপদত বোলে আলুৱেও গল খজুৱায়। আমাকো কোনোৱে কলে—"কেতিয়াবাই তেনেকুৱা গাৰী কিছুমান গাৰীগাঁৱৰ ফালে যোৱা দেখিছিলোঁ।" অন্য কোনোৱে কলে—"এইমাত্ৰ এইপিনে পলাশবাৰীৰ ফালে যোৱা দেখিছিলোঁ তো।"

আমি গাই হেৰোৱা দামুৰিৰ দৰে হৈ আকৌ পলাশবাৰীমুৱা হৈ চাপলি মেলিলোঁ। গাৰী বায়ুবেগে গৈ কিজানি পলাশবাৰী পালেহেঁতেন, কিন্তু হঠাৎ কিয় জানো মোৰ মনত খেলালে—জানোচা আকৌ চাৰ্ৰ্ভে স্কুললৈয়ে গৈছে। তৎক্ষণাৎ চাই যোৱাই ভাল হব; মাত্ৰ দুই তিনি মিনিটৰ কাম। তাকে কৰা হ'ল।

চাৰ্ৰ্ভে স্কুলৰ সন্মুখলৈ গৈ দেখোঁ মন্ত্ৰীসকল তাত আছে আৰু পুনঃ ঘূৰিবলৈয়ে আৰিযুৰি কৰিছে। ডাঃ বিৰিঞ্চিকুমাৰ বৰুৱাদেৱে মোক তৎক্ষণাৎ ইঙ্গিত দি কলে—"তুমি কোৱা, কোৱা; মন্ত্ৰীসকলক তোমাৰ কি কৰণীয়া আছে কোৱা। নহলে যাব এতিয়া। তোমাক খুব খু কৰিছে। মোঁ তাৰৈ

গৈয়ো তোমাক নাপালে।" চাই থাকোঁতেই মন্ত্ৰীসকল একে একে মটৰত উঠিবলৈ ধৰিলে।

মই মটৰবোৰৰ শাৰীৰ সন্মুখতে পোনেই থিয় হৈ বিনীত-ভাৱে কলোঁ।—"এক মুহূৰ্ত্ত বৈ চাই যাওঁক ছাৰ। মাত্ৰ এক মুহূৰ্ত্ত।" মন্ত্ৰীসকল মটৰৰ পৰা ওলাল। দুই-এগৰাকী বোধহয় মটৰত উঠাই নাছিল। ৰাজহ মন্ত্ৰী বৰা ডাঙৰীয়াৰ লগত বহুকাল পূৰ্ব্বৰেপৰা মোৰ চিনাকি আছিল। তেখেত এম, এল, এ হৈ থকা কালত এবাৰ এড্‌মাণ্ড্‌চ্‌ কলেজৰ মাধৱ দেৱৰ তিথিত তেখেত আছিল সভাপতি আৰু মই কলেজৰ অধ্যাপকসকলৰ পৰা নিৰ্দ্দিষ্ট বক্তা। তেতিয়াই আমাৰ দুইবো চিনাকি হৈছিল। তেতিয়াৰে পৰা তেখেতে মোক সদায় অলপ মৰম চকুৰে চাইছিল হবলা! সেইদিনা পিছে তেখেত গাৰীৰ পৰা ওলায়েই কঁপি কঁপি কবলৈ ধৰিলে—"আপুনি ক'ত ঘূৰি ফুৰিছিল? আপোনাৰ কৰ্ত্তব্য-জ্ঞান নাইনে? আগতে 'প্ৰগ্ৰেম' দি আহিও আমি পাঁচ-ছয়জন মন্ত্ৰীয়ে ঠাইত ছুবডিপুটীক নাপাওঁ। ই কি তামাচা পাইছে?"

মই কাৰণটো বুজাবলৈ গৈ কলোঁ।—"মূয়ো টাউন প্লেনাৰক বিচাৰি আনি আপোনালোকক বিচাৰি ফুৰিছোঁ ছাৰ। মোৰ নিজ ইচ্ছাত পলম কৰা নাই।' উত্তৰ আহিল—"কোনে তেনেকৈ ঘূৰি ফুৰিবলৈ দিছে? ঠাইত থাকিলে কি হয়?" তেখেতৰ যে ৰৰকৈ খং উঠিছিল সেইটো স্পষ্ট বুজা গৈছিল।

মই তৰ্ক নকৰিলোঁ। কাৰণ, সময় বিশেষে তৰ্ক মুৰ্খা

নীৰৱতাই সময়ত শ্ৰেষ্ঠ তৰ্ক। কাপুৰ চাহেবৰ ফালে নিঃসহায়-ভাৱে চাই পঠিয়ালোঁ। উত্তৰতো নীৰৱতাকেই পালোঁ। ডাঃ বিৰিঞ্চি বৰুৱাই কেৱল কলে “সৌ পাহাৰৰ দাঁতি-অঞ্চল ডি চিয়ে ৱেখুৱালেই—তুমি তোমাৰ বক্তব্য কোৱা। তেতিয়া ৰাজহ মন্ত্ৰী মহোদয়ে কলে--“ক'তা আপোনাৰ মেপ ক'তা? এই ঠাইৰ মেপ উলিয়াওক। মেপত আমি থিয় হৈ এই ঠাইডোখৰ দেখুৱাই দিয়ক।” কথাৰ সুৰ কিঞ্চিৎ নৰম হোৱা যেন শুনি অলপ আশ্বস্ত হলোঁ।

ইফালে মাহুৰ মাৰ দেখি মচুৰে বেত মেলাৰ দৰে মোৰ অৱস্থা দেখি মণ্ডল কাননগো দুয়ো তেতিয়ালৈও মটৰৰ ভিতৰতে চুপ্তি হৰুৱাই বহি আছিল। ‘টাউন প্লেনাৰে’ কোনোমতে ওলাই আহি, জগৰ কিজানি পিছলি গৈ তেখেতৰ গাতেই লাগে তাকে ভাবিয়ে হবলা জ্বৰ-উঠা শহা থকাদি চীফ ইঞ্জিনিয়াৰৰ কাষত আশ্ৰয় লৈছিলগৈ। মই ততালিকে গাৰীত বহি থকা মণ্ডলক কলোঁগৈ—“ইয়াৰ মেপখন দিয়কচোন। ওলাই নাহে কিয়—আপোনালোক?”

চুলি পকা বুঢ়া মণ্ডলে মটৰৰ ভিতৰৰ পৰাই ন-কইনাই উত্তৰ দিয়াৰ দৰে সৰুকৈ কলে—“ইয়াৰ মেপ ভুলতে অনা নহ'ল ছাৰ।” কথা শুনি খঙে-ৰাগে বিবুধিত মোৰ মুখাচুট হৰ লগীয়া অৱস্থা হ'ল। মুখেৰে কেৱল কলোঁ—“কাৰ মূৰটো আনিছে তেনেহলে?” কথাৰাৰ কৈ থিয় হলোঁ। কিন্তু তাতেই তো সমস্যাৰ সমাধান নহ'ল। সমস্যাই বৰং পুলি-

পাখাহে মেলিলে। মেপ নাই বুলি কম, খণ্ডতা জুদি-পৰি থকা মন্ত্ৰীয়ে তেনেই গবা মৰি ধৰিব; আছে বুলিয়ে বা কি দেখুৱাম মেপ নেদেখুৱাকৈ কিবা একাযাব কথা কব লাগিলেও তেখেতে পোনেই কব—"মই আপোনাক মেপহে আনিবলৈ কৈছোঁ, বক্তৃতা দিবলৈ কোৱা নাই।" তেতিয়া গুমৰ ফাক হলে সুবিধা পাই কোনোৱে কব—"এওঁৰ মণ্ডল-কাননগোৰ ওপৰত শাসন সমূলি নাই, চাৰ্কোল কেনেকৈ চলাব?" কোনোৱে ভাবিব—এওঁ নিজেই একো নাজানে হবলা, সকলো মণ্ডলৰ ওপৰতে নিৰ্ভৰ কৰে! কোনোৱে হয়তো কব –"এওঁৰ কৰ্ত্তব্য-জ্ঞান সঁচাকৈয়ে নাই।" কাৰো মুখত হয়তো ওলাব "এইবোৰ কৰ্ম্মচাৰী আজিও চাকৰিত আছে।" ইত্যাদি। মোৰ মনত বহুত আশঙ্কা জাগিল! খন্তেকৰ কাৰণে মোৰ ভৰিৰ তলৰ পৃথিবীখন আঁতৰি যোৱা যেন লাগিল। এই এই অৱস্থাতেই বোধহয় আই সীতাই এদিন "ফাট মেলা বসুমতী পাতালে লুকাওঁ" বুলিছিল।

পিছে ভগৱানৰ কি অপাৰ করুণা, হঠাৎ মোৰ মনত পৰিল চামবাৰ ডাঙৰ বেগটোত থকা গুৱাহাটী চাৰ্কোলৰ সৰু 'মজুমুৰি' মেপখনৰ কথা। বেগটো তৎক্ষণাৎ মটৰৰ পৰা উলিয়াই হাতত লৈ মন্ত্ৰীসকলৰ ওচৰ পালোগৈ। বুকত ভয় আছিল যদিও মুখত সাহসপূৰ্ণ গম্ভীৰতা দেখুৱাবলৈ যত্ন নকৰাই নাছিলোঁ। মন্ত্ৰীডাঙৰীয়াই মোৰ হাতত মেপ নেদেখি খন্তেকে 'মেপ ক'ত?' বুলিলে। মই গহীনকৈ 'আছে' বুলি

বেগটো খুলিলোঁ। খুলি 'মজমুলি' মেপখনকে হাতত লৈ থিয় হলোঁ। ভাগ্য ভাল আছিল হবলা—'ৰেভিনিউ মিনিষ্টাৰে' পোনেই প্ৰশ্ন কৰিলে "আমি অহা ৰাস্তাটো ক'ত? আমি এতিয়া ক'ত আছোঁ?" —ভিতৰতে দুষ্ট উত্তৰটো লুকাই ৰাখিলোঁ—জালুকবাৰীত। কাৰ্য্যত মই মেপখন হাতত লৈ ফটকৃকৰে ৰাস্তাটো দেখুৱালোঁ আৰু "আমি এতিয়া ইমানতে আছোঁ" বুলি জেপৰ-পৰা ফাউণ্টেন পে'নটো উলিয়াই তাৰ ওভোটা মূৰটোৰে দেখুৱালোঁ। লগতে আই সৰস্বতীক চিন্তা কৰি গুৱাহাটী, পাণ্ডু, ব্ৰহ্মপুত্ৰ, বিশ্ববিদ্যালয়ৰ স্থান আদিবোৰো নোসোধাকৈয়ে টপাটপ দেখুৱাবলৈ ধৰিলোঁ। মন্ত্ৰী মহোদয়ে সুধিলে "চাৰ্ভে স্কুলৰ সম্মুখৰ এই ফিল্ডখন ক'তা?"

মই মেপ দেখুৱাই কলোঁ।-- "ইমানতে, এইখিনিতে হব।"

-- কালি-পৰিমাণ কিমান হব?

—সৌ জঙ্গলখিনি বাদে পোন্ধৰ বিঘা; মুঠতে চাৰে চাব্বিশ বিঘা।

—সৌ পাহাৰখন আৰু তাৰ দাঁতিত চাৰ্ভে স্কুলৰ কিমান মাটি আছে?

—বাৰম্ন বিঘা পোন্ধৰ লোচা।

-- ইয়াত মুঠতে কিমান মাটি পোৱা যাব?

—এশ পঞ্চাশ বিঘা, চাৰি কঠা তিনি লোচা।

মন্ত্ৰীমহোদয়সকলে মেপডাকে চাইডোখৰলৈহে যেছি লক্ষ্য কৰিছিল;ময়ো সেইটোকে ইচ্ছা কৰিছিলোঁ। চৰকাৰী

কৰ্ম্মচাৰীসকল আৰু উপস্থিত জনতাৰ মাজত চাৰ্ভে স্কুলৰ হেড্ মাষ্টাৰ শ্ৰীদেৱকান্ত ফুকনো থিয় হৈ আছিল। ছাত্ৰৰ খুঁত বা দোষ দেখিলে শিক্ষকৰ সদায় উঠ্ পিছনি লগা স্বাভাৱিক। ফুকনৰো বহুকাল শিক্ষকতা কৰা মনটোৱে তেখেতক বোধহয় খুঁচিয়াই দিয়াত পোনেই প্ৰশ্ন কৰিলে—"মৰ্জমুলি চাই জানো কালি··?" মই এইখিনিতে উত্তৰ দিলোঁ—"ধৰিব জানিলে পাৰি।" মোৰ গহীন উত্তৰ শুনি ফুকন নীৰৱ হল। অন্য মন্ত্ৰীসকলেও মেপৰ ফালে চালে—মেপ নাচালে। তেখেতসকলৰ প্ৰত্যেকে আৰু উপস্থিত কৰ্ম্মচাৰী-সকলৰো দুই একোজনে দুই-চাৰিটা প্ৰশ্ন কৰিলে। এগৰাকীয়ে সুধিলে—"ইমান মাটি চাৰ্ভে স্কুলৰ কাৰণে কি প্ৰয়োজন?" অন্য এজনাই সুধিলে—"এইবোৰ একচনীয়া মাটি নেকি?" তৃতীয় এজনে সুধিলে—"ইমান মাটি পেলাই থোৱাতকৈ ইয়াত খেতি নকৰে কিয়?" মই সাধ্যানুসাৰে তেখেতসকলৰ প্ৰশ্নৰ সমিধান দিলোঁ। ৰাজহ মন্ত্ৰী ডাঙৰীয়াই তেতিয়া কলে—"খানাপাবাৰ ঠাইবোৰ চোৱাই ভাল হব। তালৈকৈ ৰ লক। ইয়াত ঠিক নহব।"

কথা শুনি অন্যৰ যি নহওক, মোৰ হলে ঘোৰ চিন্তা উপজিছিল। তাৰ কাৰণ খানাপাবাৰ কাগজ-পত্ৰ, মণ্ডল-কাননগো আদি মোৰ লগত নাছিল। মই ভাবৰ অলপ আঁতৰা যেন পাই সাহসত ভৰ দি কলোঁ—"কিন্তু তাৰ আগতে পাহাৰৰ দাতিত থকা প্ৰায় চাৰে তিনি শ বিঘাৰ সৌ চৰকাৰী 'প্লট'টো এবাৰ

চাই গলে ভাল আছিল, ছাৰ। বিশ্ববিদ্যালয়ৰ মাটিৰ গাতে লাগি আছে। গৰাবাদ, মুকুলি মাটি। সম্মুখত বিশাল দ্বীপৰ বিলটো পাব।"

ৰাজহ মন্ত্ৰী বৰা দেৱে আকৌ কলে—"আমি এবাৰ সেইবোৰ ঠাই চাই আহিলোঁ। নহয়! আপুনিহে তাত নাথাকি সকলো পণ্ড কৰিলে! কিয় নাথাকিছিল?"

মই লগে লগে উত্তৰ দিলোঁ "আগতে কৈছোঁ। নহয়নে? দোষ ইচ্ছাকৃত নহয়।"

শিক্ষামন্ত্ৰী শ্ৰীঅমিয়কুমাৰ দাস ডাঙৰীয়াই মোক কলেজীয়া কালৰ পৰাই জানে। তেখেতে মোৰ কথা শেষ হোৱাৰ লগে লগে সুধিলে—"সেই 'প্লট'টো ইয়াৰ পৰা দেখা যায় নেকি?"

মই উত্তৰ দিলোঁ "অলপ দেখা যায়। সৌ ৰিণিকি ৰিণিকি দেখা সেইবোৰেই মাটি। ঘূৰি যাওঁতে আমি বাটৰ ওচৰতে পাম। তাৰ ওচৰলৈ মটৰ যায়। ঠাইডোখৰৰ নাম লাকুৰি ৰবি।"

পি. ডাব্লিউ. ডি মন্ত্ৰী শ্ৰীসিদ্ধিনাথ শৰ্ম্মাদেৱে কলে—"ৰ'লক তেনেহলে, এবাৰ সেই ঠাইডোখাৰো চোৱাই যাওঁক। ৰবা, ৰল'ক; যাওঁ বল'ক, "নামটো দেখোঁ ভাল যেন লাগিছে। জানোবা ঠাইডোখৰো ভালেই।" গহীনভাৱে [illegible] কথা কোৱাত শৰ্ম্মাদেৱৰ নাম আছে।

এইবাৰ ৰাজহ মন্ত্ৰী প্ৰসন্ন হ'ল যেন লাগিল। তেখেতে পোনেই মোক কলে—"এইবাৰ গাৱী নৈ, আপুনি আগে আগে

যাওঁক। ঠাইতহে গৈ ৰব, বাটত ক'তো নৰব। আমি পিছে পিছে গৈছোঁ।"

মনতে "হে ভগৱান, তুমি যি কৰা!" বুলি আমি তৎক্ষণাৎ ডি. চিৰ. মটৰত উঠি আগে আগে যাবলৈ ধৰিলোঁ—আগৰ দৰেই, মণ্ডল কাননগো, মেৰাড়া আৰু মই। গৈ গৈ পাহাৰৰ দাঁতিৰ ভাজটোৰে গৈ ঘূৰি চাই দেখোঁ যে মন্ত্ৰীমহোদয়সকলৰ গাৰীৰ সমদলে আকৌ পিছে পিছে আহি থাকি পাহাৰৰ ওচৰৰ ভাঁজৰ পৰা চিধা বাট ললে, ভোঁজটোত আমাক নেদেখিলে। মোৰ ডি চিলৈ খং উঠিল; কাৰণ তেওঁক মই সেই ঠাইবোৰ আগতে দেখুৱাই নিছিলোঁ। গতিকে তেওঁ কিয় বাট ভুল কৰিব? উপায় নাপাই আমি আথাকে, অবিৰাম 'হৰ্ন' বজাবলৈ ধৰিলোঁ। আমাৰ মটৰৰ 'হৰ্ন' শুনি গাৰীবোৰ ঘূৰি পুনৰ গৈ আমি যোৱা বাটেদি যথাস্থান পালে।

গাৰীৰ পৰা নামিয়ে দক্ষিণে বিশাল মুকলি পথাৰ দেখি উপস্থিতসকলৰ পৰা প্ৰশ্নৰ জাউৰি নামিল, যেনে—"এই ঠাইডোখৰ কি মাটি? কিমান হব? সৌ সেইখিনি মাটিত কিমান হব? মাটিৰ দাম ইয়াত কিমান? সৌবোৰত কিমান পানী উঠে? এই বিজাৰ্ভত কিমান গৰু চৰে? স্বাস্থ্য কেনে? খোৱা পানী ক'ত পোৱা যাব। পানী ভাল হবনে? কিমান তলত পোৱা যাব? মানুহৰ আপত্তি হব নেকি? পাহাৰখনত কিমান মাটি পোৱা যাব? পাহাৰত খৰকৈ শিল আছে নেকি? এইবোৰ অঞ্চলে

কেতিয়াবা দ্বীপৰ বিলৰ পৰা বনৰীয়া হাতী চৰিবলৈ নাহেনে? বিলত হাঁহ পৰেনে? আগে এইবোৰ ঠাইত পহু ওলাইছিল, আজিকালি নোলায়নে?" ইত্যাদি, এনেজাৰ এটা প্ৰশ্ন। নকলেও হব যে যাৰে যি প্ৰশ্ন হওক মইতো উত্তৰ দিব লাগিবই; কাৰণ তলতীয়া কৰ্ম্মচাৰী! সাধ্য অনুসৰি ময়ো উত্তৰ দি গলোঁ।

তাৰ পিছত সকলো কথা থিয়ৈ-থিয়ৈ আলোচনা কৰি সেই ঠাইকেই মন্ত্ৰীসকলে মনোনীত কৰিলে। ৰাজহ মন্ত্ৰী বৰাদেৱ নিজে বিত্ত-মন্ত্ৰীও। তেখেতেই আগৰ দৰে আগধৰি সন্মতি জনাই কলে—"তেন্তে দেখা যায় এয়ে বঢ়িয়া হব; কি কয় শৰ্ম্মা? আমি তেন্তে ইয়াকে তোৰা ঠিক কৰিলোঁ।" শৰ্ম্মা ডাঙৰীয়াই সন্মতি দিলে। বাকী মন্ত্ৰীসকলেও হয়ভৰ দিলে। যাত্ৰাৰ তাতেই ওৰ পৰিল।

ৰাজহ মন্ত্ৰীয়ে ডি চি. ক এই বিষয়ক প্ৰস্তাৱ আৰু সিদ্ধান্ত লিপিবদ্ধ কৰিবলৈ নিৰ্দ্দেশ দিলে। চীফ ইঞ্জিনিয়াৰ, টাউন প্লেনাৰ আদি বিষয়াসকলেও তেওঁলোকলৈ চোৱাত "হয়, হয়" কৰিলে। এইদৰে অসমৰ প্ৰথম ইঞ্জিনিয়াৰিং কলেজৰ স্থান জালুকবাৰীতে ঠিক কৰা হ'ল। সকলোৰে উদ্বেগ আৰু চিন্তাই শাম কাটিলে।

মোৰ কিন্তু তেতিয়াও এটা বিষয়ত খু-হুৱনি মৰা নাছিল— মন্ত্ৰীসকলৰ সমদলটো আমি বাটত হেৰুৱাইছিলোঁ, ক'ত? গৰকাপ্তানি বিভাগৰ মন্ত্ৰী শৰ্ম্মা ডাঙৰীয়াৰ লগত আগতেও

ঘৰুৱাভাৱে কথা কোৱাৰ অভ্যাস মোৰ আছিল। তেখেতৰ ওচৰ চাপি কথাটো সোধাত তেখেতে ক'লে—"আমি পোনতে বন্দৰ, 'ফ্লুইচ গে'ট' আদিৰ ঠাইবোৰ চালোঁগৈ। তাৰ পিছত বিশ্ববিদ্যালয়ৰ এমুৰেদি সোমাই অন্য মূৰেদি ওলাই আহিলোঁ।" মই তেতিয়া সকলো কথা বুজিলোঁ আৰু ক'লোঁ। "আমাক আজি কিবা কুগ্ৰহই পাইছিল। প্ৰথমে বিচাৰি আনিলোঁ। 'টাউন প্লেনাৰ'ক, তাৰ পিছত আপোনালোকক বিচাৰি এই পিনেদি ঘূৰি চাৰ্জে স্কুললৈয়ে দুবাৰ গলোঁ। সম্ভৱ আমি প্ৰথমতে ইয়ালৈ অহা সময়ত আপোনালোক গাৰীগাঁওতেই আছিল, দ্বিতীয় বাৰ চাৰ্জে স্কুলৰ পৰা ঘূৰি আহোঁতে আমাৰ আগে আগে ওলাই গৈছিল। অন্য কষ্ট নাই, ভুল বুজাৰ বাবেহে বেয়া লাগিছে।" তেখেতে ক'লে—"বাদ দিয়ক। আজি শনিবাৰে সকলোকে শনিয়ে পাইছিল। শেষত ভালেই হ'ল নহয়।" ৰাজহ মন্ত্ৰী ডাওৰীয়াই সুধিলে—"কি শনিৰ কথা কৈছে শৰ্ম্মা?" তেতিয়া শৰ্ম্মা ডাঙৰীয়াই তেখেতক সকলো কথা বিবৰি ক'লে। মনটো অলপ পাতল লাগিল। দোষত শাস্তি লবলৈ বেয়া নালাগে; "উ'টা বুজিলি ৰাম" হয় বুলিহে ভয়। শৰ্ম্মাদেৱৰ বৰ্ণনা শুনি সকলোৱে হাঁহিছিলে।

(২)

আমি চাৰ্জে স্কুলত 'ট্ৰেইনিং' লোৱা সময়ত শ্ৰীলক্ষ্মীকান্ত ফুকন জালুকবাৰী চাৰ্জে স্কুলৰ চেকেণ্ড মাষ্টাৰ আছিল; তেওঁ

মাষ্টাৰ আছিল শ্ৰীকালীৰাম দাস। ফুকনক আমি আগৰ পৰাই সন্মান কৰিছিলোঁ আৰু স্ফুৰ্ত্তিত থাকে বাবে ভালো পাইছিলোঁ। পিছত তেওঁ হেড্ মাষ্টাৰ হৈছিল।

মন্ত্ৰীসকল যোৱাৰ দুদিনৰ পিছত হেড্ মাষ্টাৰ ফুকন শ্ৰীকাশী পাটোৱাৰী কাননগোক লগত লৈ মোৰ অফিচলৈ গৈছিল। সেইদিনা ভিতৰলৈ প্ৰবেশ কৰিয়ে তেওঁ কলে—"সিদিনা আমি আপোনাৰ ভাল মেজিক চালোঁ। আপুনি মেজিক ক'ত শিকিলে? জালুকবাৰীত দেখোন শিকা নাছিল, বৰুৱাদেউ?"

মই সুধিলোঁ—"কেনে?"

তেখেতে কলে—"আমি দুয়ো আলোচনা কৰিছোঁ—আমাৰ এতিয়া পেন্সন পাবৰ হ'ল, ইমান দিনে ভূমি বিভাগৰ কোনো বিষয়াক এইদৰে 'মজমুলি'ত মাটিৰ কালি দেখুৱা দেখা নাছিলোঁ। আপুনি অসম্ভৱক সম্ভৱ কৰিলে। মাটিৰ কালিবোৰো আপোনাৰ মুখত সিদিনা তেনেই আখৈ ফুটা দিলে। কালিৰ পৰিমাণবোৰ কেনেকৈ পালে বুলিলে বাৰু আপুনি কি উত্তৰ দিলেহেঁতেন?"

মই কলোঁ—"কিয়? 'মজমুলি' জানো স্কেল বান্ধি অঁকা মেপ নহয়? স্কেল থকা মানেই জোখ থকা। তাতকৈ বাৰু কোনে বেছি প্ৰশ্ন কৰিব পাৰে? আৰু এটা কথা নহয়; তেখেতসকলক বস্তুটোৰ এটা ধাৰণা দিবহে লাগে; বাকী কাম আমাৰ। নহলে আমি কিয় আছোঁ?"

ফুকনে কলে—"তথাপি আমি হলে আপুনি ভেটিছে দেখুৱাইছিল বুলিছোঁ।"

মই উত্তৰ দিলোঁ।—"তাকে নকৰি উপায় কি কওকচোন বাৰু! বুঢ়া মণ্ডলক আগদিনা ইমানকৈ কোৱা সত্বেও তেওঁ সেই ঠাইৰ মেপকে নিবলৈ পাহৰিলে। সেই কথা জানো মন্ত্ৰীসকলক কোৱা যায়? কালিবোৰ মই আগতে চাই থৈছিলোঁ। আৰু কালি সম্বন্ধে তেখেতসকলক এটা ধাৰণাহে লাগে! অৱস্থাভেদে সেয়ে সমীচীন!"

পাটোৱাৰী কাননগোই কলে—"সচাঁকৈয়ে আমাক শনিয়ে পাইছিল ছাৰ। নহলেনো আমি তেখেতসকলক আৰু তেখেতসকলে আমাক বিচাৰি ফুৰেনে?"

ফুকনে কলে "শনিৰ শেষ দশা ভাল। আপোনালোকো সেই দেখিহে সাৰিব পাৰিলে। পিছে সেইবোৰ যিয়েই নহওক, নমৰালৈকে মই হলে এই মেজিক মনত ৰাখিম।"

মই কলোঁ।—"মুঠ কথা ভগৱানৰ ইচ্ছা পূৰ হ'ল। ইঞ্জিনিয়াৰিং কলেজে গঢ় লৈ উঠিলে আমি কেতিয়াবা লগেভাগে গৈ তাকে চাই অতীতৰ স্মৃতি মনলৈ আনিম। লগৰীয়াসকলক কম—ইয়াৰ লগত আমাৰ জীৱনৰ কেইটামান মূল্যবান মুহূৰ্ত্ত কেনেকৈ সাঙোৰা আছে কোনে জানিব?"

মই আজিও ভাবি আচৰিত হও যে কাপুৰ চাহাবেও সিদিনা এবাৰ মাত মাতিবলৈ সাহ নকৰিলে। ভবিত হুল সোমালে সিংহ নীৰৱ হোৱা কথাটো জেনেই সাধু কথা নহয়!

# মন্ত্ৰীৰ লগত খেতি পৰিদৰ্শনত

বোধহয় ১৯৫৩ চনৰ কথা। এদিন হঠাৎ কৃষি-বিভাগৰ মন্ত্ৰী (এতিয়াৰ নহয়, তেতিয়াৰ) শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী ৰঙিয়া ওলালগৈ। আগতে খা-খবৰ দি যোৱা নাছিল, তেখেতৰ সেইটো বোধহয় দস্তুৰো নহয়। সেইদিনা তেখেতৰ লগত আছিল ৰিফিউজি পুনৰ্ব্বসতিৰ বিষয়া (আৰ, আৰ, ও) শ্ৰীপ্ৰতাপচন্দ্ৰ গোস্বামী। দুয়ো গৈ পুৰা ন-মান বজাত আমাৰ ঘৰৰ সম্মুখত গাৰী ৰখাই চাহ একোটোপা খাই ললে, আৰু মোকো লগতে ওলাবলৈ কলে। উদ্দেশ্য কি, যাত্ৰা ক'লৈ - তেতিয়ালৈ মোক কোৱা নাছিল। সোধাত গোঁসায়ে কলে— "মন্ত্ৰী ডাঙৰীয়াই কাউলীত কিমান মানুহ আছে, খেতি-বাতি কেনে হৈছে ইত্যাদি চাব। আগতে কাউলীৰ বিষয়ে কোৱা হৈছে। কাউলী ৰঙিয়াৰ পৰা ২৫।২৬ মাইল দূৰত উত্তৰে ভোটৰ পাহাৰৰ দাঁতিত। মই ভাত-পানী খাই যোৱা ভাল হব বুলি প্ৰস্তাৱ দিলোঁ, উত্তৰত ঘপৰাই মন্ত্ৰী ডাঙৰীয়াই কলে— "নালাগে ব'লক। ভাত বাটতে খাম।" মন্ত্ৰীৰ কথাত প্ৰত্যুত্তৰ নাথাটে। তাতে চৌধুৰী ডাঙৰীয়াৰ প্ৰকৃতি মোৰ জনা আছে। তেখেতৰ শৰীৰ আৰু মনত বৰপেটীয়া মানুহৰ দুৰ্ব্বাৰ শক্তি আৰু আচৰণত খোলা, পোনপটীয়া ব্যৱহাৰ কোনেও লক্ষ্য নকৰাকৈ নাথাকে। বিপদ-বিঘিনি, হকা-

বধাক তেখেতে বলিব বান্ধ যেন দেখে। তেখেতৰ লগত একেলগে কৰা কষ্টকৰ অভিযান কেইবাটাবো স্মৃতি অক্ষয় লিখকৰেই নহয়, শ্ৰীধৰণীধৰ বসুমতাৰী, শ্ৰীমহেন্দ্ৰ ডেকা, শ্ৰীপ্ৰতাপ গোস্বামী আদি লোকসকলৰো মনত নিশ্চয় চিৰকাল অনপণেয় হৈ থাকিব।

দুপুৰৰ ভিতৰতে সাজু হৈ ছবড়িপুটীৰ আৱশ্যকীয় তৎপৰতা দেখুৱালোঁ। জীপত যাত্ৰা কৰিলোঁ তামোলপুৰ—কুমাৰীকাটা অভিমুখে। তামোলপুৰত আনদিনা হলে তেখেত ৰয়, সেই দিনা কেৱল মৌজাদাৰ আছেনেকি বুলি ৰাস্তাৰ পৰায়ে সুধি গধূলি ঘূৰি আহিম বুলি মহৰীক কৈ গুচি গল।

বাটত দুই একোটা গাজাখুৰি গল্প প্ৰত্যেকে কৈছে। কথাৰ ঠেলাঠেলি, ঠাট্টামস্কৰাও চলিছে। এটা উল্লেখযোগ্য কথা এই যে চৌধুৰীয়ে চৰকাৰী কৰ্ম্মচাৰীসকলকো দোষ নোপোৱালৈকে সদায় বন্ধুবৎ ব্যৱহাৰ কৰে। তাতে শ্ৰীপ্ৰতাপ গোসাঁই তেখেতৰ বোলে ল-পঢ়া সময়ৰ বন্ধু ; গোসাঁইৰ মুখে শুনিছিলোঁ। দুয়ো ল-পঢ়া সময়ত হেনো একেলগে একেটা মেছ'তে আছিল, আৰু আত্মনিৰ্ভৰশীলতাৰ চানেকী কাৰ্য্যত দেখুৱাবলৈ আৰু নামে-কামে কংগ্ৰেছ-কৰ্ম্মী হবলৈ বুলি দুয়ো কিছুদিন চাকৰ-বাকৰ বা ৰান্ধনি-লগুৱা আদি ৰখা নাছিল। তেওঁলোক দুজনৰ ভিতৰত ফুৰিচাকি বিয়ে আগে আহে তেৱেঁ জুই ধৰি ভাত ৰহাব লাগিছিল। ফলত কেতিয়াবা দুয়ো ৰাতি দহ বজালৈ ঘূৰে আৰু পলমকৈ আহি দুয়ো একেলগে দুখেজাগৰে ভাত

বান্ধিব লগীয়াত পৰে। গোসাঁইৰ লগত তেখেতৰ আগৰে এনে বন্ধুত্ব আৰু সম্ভাৱ। মই তেখেতসকলৰ বহুকাল পিছৰ। তথাপি কিন্তু ব্যৱহাৰত তেখেতসকলে মোৰ প্ৰতি “প্ৰাপ্তেতু ষোড়শে বৰ্ষে পুত্ৰমিত্ৰবদাচৰেৎ” নীতিৰ আৰ্হিত কাম কৰিছিল।

চৌধুৰী ডাঙৰীয়াই গৈ থাকোঁতে এবাৰ সুধিলে, “হয় নে বৰুৱা, আপুনি বোলে আমাৰ বৰপেটীয়া মানুহক তামোলপুৰত মাটি নিদিয়ে। কিয় নিদিয়ে?”

কথাটো ধেমালিৰ ছলেৰে কৈছিল যদিও মন্ত্ৰীৰ ধেমালিৰো অৰ্থ আছে বুলি ধৰি লৈ ময়ো তেনে সুৰতে কলোঁ—“কিয়? প্ৰকৃত তামোলপুৰ অঞ্চলত দেখোন বৰপেটীয়া মানুহে ভৰি আছে। কুমাৰীকাটা আৰু তামোলপুৰ দেখোন বৰপেটীয়া মানুহৰে ‘কলনি’। তেওঁলোকে মাটিত থকা নাই বুলি আপত্তি কৰে নেকি? আজি দেখিব নহয়, মাটি পাইছেনে নাই। পিছে এটা কথা! তামোলপুৰ-কুমাৰীকাটা আদি ঠাইবোৰ কিন্তু ‘ট্ৰাইবেল বে'ল্ট'ৰ ভিতৰত। তাত নতুনকৈ অহা যেইসেই লোকক হকবক নোহোৱাকৈ পট্টা দিবলৈ আপোনালোকেই আইন কৰি বাধা দিছে।” তেখেতে শুনি কেৱল কলে, “নহয়, মই কিছুমান মানুহে কোৱা কথাহে কৈছোঁ।” মই উত্তৰ দিলোঁ, “কোৱাত ভাল হৈছে, ছাৰ; মনৰ কথা ওলাই গৈছে; মনটো খেলোচা হৈছে। তাকে মনত ৰাখি বিনা বিচাৰে কিবা প্ৰতিকাৰ কৰিব খুজিলেহে আমাৰ বিপদ। আজিকালি বহুত সময়ত দোষীক দোষৰ কথা জানিবলৈ নিদিয়াকৈয়ে তাৰ বিচাৰ

আলেঙে আলেঙে শেষ হয়, কাঁচিৰে৷ হুকুম হয়—সেয়ে নহলেই ৰক্ষা।” গোসাঁয়েও মোৰ কথাতেই হয়ভৰ দিলে। চৌধুৰীয়ে একে আষাৰেই কলে “সেইটো কেতিয়াও নহয়।”

কথা আষাৰ শেষ কৰিয়ে তেখেতে কলে—“কিহে, কাকতত অপোনালোকৰ ‘এচোচিয়েচন’ৰ কিবা-কিবি বহুত কথা উঠা দেখিছোঁ দেখোন। কথাটো কি? প্ৰমোচনৰ কথা নহয় জানো? মই কলোঁ, মুঠতে সেয়ে। মই তাকে কোৱাৰ লগে লগে উত্তৰ আহিল—“বাছি বাছি ডেকা চাই চোকা চোকা কৰ্ম্মচাৰীসকলক প্ৰমোচন দিয়াৰ কথা আমি সিদিনা ‘চীফ মিনিষ্টাৰ’ৰ লগত আলচ কৰিছিলোঁ। তেখেতেও সেই বিষয়ে ভাবিছে—পিছে প্ৰমোচন দিলে দেখোন কিছুমানে একো কাম-কাজ কৰিব নোৱাৰে।” মই উত্তৰ দিবলৈ বাধ্য হলোঁ—“আপোনালোকে বাছোঁতে আকৌ সেই একো কৰিব নোৱাৰাসকলকহে বাছে, যাতে পিছত এটা অপযশ দিব পাৰে।” তেখেত আৰু গোসাঁই দুয়ো হাঁহিলে। তেখেতে তেতিয়া কলে “আমি কৰোঁ বুলি একো কৰিব নোৱাৰোঁ। ‘পাব্লিক চাৰ্ভিচ্ কমিচনে’হে সকলো কৰে।” মই কলোঁ—“কিন্তু বাইজৰ ধাৰণা হলে জাকৈয়েহে মাছ মাৰে, যদিও খালৈৰ নাম। ৰজাই ভাল বোলে যাক, ঢেঁকী-কুলাও নালাগে তাক।” তেখেতে সুধিলে —“কেনেকৈ?” মই কলোঁ—“তাহানি ঢাকাত বীটচন বেল চাহেবে—ভাল পাই আমীনকে জানো ছবডিপুটী কৰি দিয়া নাছিল? বৰিশালতো এচিষ্টেন্ট নাজিৰক তেওঁ প্ৰমোচন দি

বোলে বিশেষ মেজিষ্ট্ৰেট পাতিছিল।" তেখেতে আকৌ কলে— "কেনেকৈহে?" মই চমুকৈ বৰ্ণনা কৰিলোঁ—"বীটচনবেল তেতিয়া আই. চি. এছ. অফিচাৰ। তাতে ডেপুটী কমিচনাৰ। এবাৰ তেওঁ আমীন, ছবডিপুটী আদিৰ কাম চাবলৈ গৈ এজন আমীনক বৰ পাকৈত পাই কৈ আহিল—"আজিম্মেছা বাবু, মই তোমাক হাকিম বনাম।" তাৰে কেইদিনমান পাছত চৰকাৰী হুকুম প্ৰচাৰ হ'ল—আজিম্মেছা আমীনক ছবডিপুটী কৰা হৈছে। পিছত কিছুদিন যোৱাত কাম চলাব নোৱাৰা দেখি সকলো লোকৰ আপত্তিত আজিম্মেচাক চাহেবে মেজিষ্ট্ৰেট বনাই দি আকৌ প্ৰমোচনহে দিলে। তাতো আইন-তাইন একো নুবুজা কাৰণে উকীলসকলে আৰু বাইজে ঘোৰ আপত্তি কৰিলত চাহেবে এইবাৰ তেওঁক হেনো এচিষ্টেণ্ট এছ. ডি. ও কৰি দি মহকুমাৰ সকলোবোৰ বাটোৱাৰা মোকৰ্দ্দমা চাবলৈ দিলে। তেওঁৰ নাম হ'ল বাটোৱাৰা এচ. ডি. ও। আজিম্মেচাই আমীন হিচাপেই বাটোৱাৰাৰ কাম জানিছিল। গতিকে তেওঁ সুকলমে কাম চলাই যথাসময়ত অৱসৰ ললে। এইদৰে অইন চৰকাৰেও যাক কৃপা কৰিব খোজে তেওঁৰ কাৰণে বাটোৱাৰা এছ. ডি. ওৰ কাম তৈয়াৰ কৰিব পাৰে।" মন্ত্ৰী ডাঙৰীয়া আৰু গোসাঁয়ে অলপ হাঁহিলে। মন্ত্ৰী ডাঙৰীয়াই মোক উদ্দেশ্য কৰি কলে— "আপোনালোকে সেইবোৰ কথা চৰকাৰক বুজাই নকয় কিয়?" উত্তৰত মই কলোঁ—"কলোঁ নহয় আপোনাকে। অন্তক কলে "উল্টা বুজিলি ৰাম' হয় বুলি ভয়।"

( ২ )

ইমানতে আমি গৈ কুমাৰীকাটা পালোঁ। কুমাৰীকাটা ৰঙিয়াৰ উত্তৰে, বাইছ মাইল দূৰত। তাত চৰকাৰী কৰ্ম্মচাৰী জিৰাবৰ কাৰণে ডাকবঙলা নাই। অথচ তাত নোৰোৱাকৈ কাডুলী, ডোঙাৰগাঁও আদি ঠাইবোৰলৈও যোৱা টান। সকলোৱে গৈ সাধাৰণতে সেই ঠাইৰ মাৰোৱাৰীৰ দোকান এখনত জিৰনি লৈ সেই দোকানৰ মেনেজাৰ শ্ৰীবৃন্দেশ্বৰী উপাধ্যায়ৰ অযাচিত অভ্যৰ্থনা গ্ৰহণ কৰে। আনকি কেন্দ্ৰীয় চৰকাৰে পঠোৱা শ্ৰীপ্ৰকাশ কমিটিক কাউলীলৈ নিয়া সময়তো তাতেই জিৰনি-বাহৰ তৈয়াৰ কৰা হৈছিল। আমিও তাতে নামিলোঁ হক।

শ্ৰীবৃন্দেশ্বৰী উপাধ্যায়ক এই নামত তাৰ অতি কম লোকেহে জানে। তাত তেওঁ মহাৰাজজী বুলিহে জনাজাত। মহাৰাজজী সেই পিছপৰা অঞ্চলৰ সঁচাকৈয়ে মহাৰাজেই। তাত স্থানীয় চাওতাল, কছাৰী আদি মানুহবোৰে তেওঁক প্ৰজাই ৰজাক মনা দিয়ে। কাৰ্ভালহো চাহেবে তেওঁক চাওতাল ৰজা বুলিছিল।

উল্লেখযোগ্য কথা এই যে শ্ৰীপ্ৰকাশ কমিটি কাউলীলৈ যোৱা সময়ত বাৰিষা নামিছিল। শ্বিলঙৰ পৰা নিৰ্দ্দেশ দিয়া সত্বেও গৰকাপ্তানি বিভাগে জনাই দিলে যে কাউলীপাৰলৈ 'জীপ' চলাব পৰা ৰাস্তা সেই সময়ত নিৰ্ম্মাণ কৰা কোনো প্ৰকাৰে সম্ভৱ নহব। ইফালে কমিটিক কিছুদূৰ ৰাস্তাৰে নিনিলেও নহয়; তাকে কৰিব নোৱাৰিলে কাউলী যে সঁচাকৈয়ে দুৰ্গম ই জলজল্‌পট্‌পট্‌কৈ প্ৰমাণ হব। এনে অৱস্থাত তেতিয়াৰ ডি. চি.

কাৰ্ভালহো চাহেবে মোক সকলো কথা বুজাই কৈ ৰাস্তাৰ কি ব্যৱস্থা হয় এটা কৰিব লাগে বুলি কলে। মই গৈ মহাৰাজৰ লগত আৰু সেই ঠাইৰ অন্যতম সম্ভ্ৰান্ত লোক নেউলী বাবুৰ লগত আলচ কৰাত দুয়ো কলে, "কিয় নহব? ৰাস্তা বান্ধিবাও হব। আপুনি ডি. চিক নিৰ্ভয় দি কব যে ৰাস্তা কৰা হব।" কাৰ্য্যক্ষেত্ৰতো সঁচাকৈয়ে চাওতালবোৰক লগাই তলত বন-পাত-বোৰ দি ওপৰে-ওপৰে একো চাম মাটিৰে মটৰ নিব পৰা দুমাইল ৰাস্তা তেওঁলোকে দুসপ্তাহৰ ভিতৰত নিৰ্ম্মাণ কৰি দিছিল।

শ্ৰীজে, বি, প্ৰধান ভোটান ৰজাৰ প্ৰতিনিধি। তেওঁৰ কুমাৰীকাটাত ঘৰবাৰী আছে। নেউলীতো ঘৰ আছে কাৰণে লোকে তেওঁক নেউলীবাবু বুলিহে মাতে। নেউলীবাবুই কাঁমিচনক লৈ আগে আগে মটৰ চলাই নিবলৈ গাত ললে। মহাৰাজজী আৰু নেউলীবাবুৰ সেই ঠাইডোখৰত এনেহে প্ৰভাৱ।

( ৩ )

কুমাৰীকাটা পায়েই মই ওচৰৰ শ্ৰীকাৰ্লুচ গাঁওবুঢ়াৰ হাতীটো খবৰ কৰিলোঁ। কাৰণ, বাট দুৰ্গম। হাতীৰে অহাযোৱা সুচল হয়। অৱশ্যে হাতীত ভ্ৰমণ কৰাও কম কষ্টকৰ নহয়। তথাপি আমি কুমাৰীকাটাত এই হাতীটো আৰু ভামোলপুৰত শ্ৰীশান্তিৰাম ডেকা মৌজাদাৰৰ দঁতাল পোৱালিটো আৱশ্যকমতে খুজিলেই পাওঁ আৰু লওঁ। সকলো বিভাগৰ কৰ্ম্মচাৰীয়ে এই সুবিধা ভোগ কৰে। আজিকালি অৱশ্যে ৰাস্তা-পদুলি হোৱাত অহা-যোৱাৰ সুবিধা হৈছে। তেতিয়া

কিন্তু ৰাস্তাৰ চিনহে আছিল, দুয়োকাষে খাওঁ-খাওঁ মূৰ্ত্তি-ধৰি-থকা দীঘল পাতৰ জঙ্গল।

হাতী পালোঁ। তিনিও খাই বৈ উঠি এটা হাতীতে যাবলৈ স্থিৰ কৰিলোঁ। মাউতেসৈতে আৰোহী চাৰিজন। হাতীও সৰু। মাউতটো আছিল চাওতাল মানুহ; অসমতে উপজিছে আৰু অসমীয়া হৈছে। হাতীত উঠা সময়ত বোধহয় দুইমান বাজিছিল। আমি হৰেক ৰকমৰ গল্প কৰি গৈ আছোঁ। মাউতৰ পাছতে চৌধুৰী ডাঙৰীয়া; তেখেতৰ পাছত গোসাঁই; সৰ্ব্ব শেষত মই। হাতীৰ পাছত বহাৰমান অসুবিধা নাই। কেতিয়াবা পৰি যাওঁ, পৰি যাওঁ লাগে। কেতিয়াবা হাতীৰ মূৰৰ ওপৰেদি গৈ সম্মুখত লুটি খাই পৰিব খোজোঁ। এইদৰে যাবলৈ ধৰিলোঁ।

মাউতৰ মুখৰ পৰা তেতিয়া দেশজ পানীৰ মলমলীয়া বাচ এটা ওলাই আছিল। মন্ত্ৰীয়ে অলপদূৰ গৈয়ে সুধিলে, "মাউত, তোৰ মুখখন গোন্ধাইছে দেখোন অ', কিবা নিচা-তিচা খাইছ নেকি ?"

মাউতে কলে—"নাই দেউতা, নিচা কত পাবি আৰু ? দুখীয়া মানুহ কোনে দিব ? সেই সব কব নাপায়।"

—'তেন্তে তোৰ মুখত কিহৰ গোন্ধ ?' উত্তৰত মাউতে কলে—'গোন্ধ পাইছে যদি হাতীয়ে খাইছে কিজানি; হুজুৰ।'

—ধেৎ, হাতীয়ে নিচা খায় নেকি ?

—খায় দেউতা। এই দেৱীলাল হাতীয়ে ববকৈ নিচা বিচাৰি ফুৰে।

—হয়, হাতীয়ে নিচা বিচাৰে ! হাতীয়ে খাওক বাৰু, তোৰ মুখ গোন্ধাল কিয় ? তই নিশ্চয় ফাকি দিছ ।

—নহয় দেউতা ফাকি আৰু কি দিম, হাতীয়ে খাই শুৰৰ পানী মোৰ গাত মাৰে নহয় । সেই দেখি গোন্ধাইছে ।

গোসাঁই আৰু মই দুয়ো মন্ত্ৰী-মাউতৰ কথোপকথন শুনি হাঁহিছিলোঁ । মই এবাৰ ঔৎসুক্য সামৰিব নোৱাৰি কলো-- 'হাতীয়েও সঁচাকৈ নিচা খায় নেকি ?'

চৌধুৰীয়ে কলে—"দেৱীলাল হাতীয়ে খায় আৰু খালে, মাউতৰ মুখ গোন্ধায় ।" আমি আকৌ হাহিলোঁ । এইবাৰ মাউতেও হাঁহিলে ।

গোসাঁয়ে কলে—"হয়, এনেকুৱা কথা কেতিয়াবা ঘটে । মই তেতিয়া হাইস্কুলৰ মাষ্টৰ । এদিন 'ক্লাচ টে'ন'ত এটা দুষ্ট ল'ৰাই ঘৰত অঙ্ক কৰি অনা নাছিল । মই তাক পাঁচ বেত দিম বুলি বেত লৈ হাত পাতিবলৈ কলোঁ । সিও পোনেই হাতখন আগ বঢ়াই দিলে । বেত মাৰিবলৈ নৌ-পাওঁতেই দেখো তাৰ হাতত ছেক, ধপাতৰ ছেক । দুয়োখন হাত চাই দেখো দুয়োখন হাততে । মই কলো, "তই অঙ্ক ননাৰ বাবে পাঁচ আৰু ধপাত খোৱাৰ বাবে আৰু পাঁচ বেত খাব লাগিব ।" সি টপৰাই উত্তৰ দিলে—"নহয় ছাৰ, অঙ্ক ননাৰ বাবে মোক বেত দিয়ক, কিন্তু ধপাত খোৱাৰ বাবে মই বেত খাব নালাগে ।"

মই সুধিলোঁ—"তেন্তে কোনে খাব লাগে ? চিলিমটোৱে?"

সি কলে- "বিশ্বাস কৰে যদি কওঁ ছাৰ ; নহলে আপুনি

বেত দিব খুজিছে যেতিয়া তো দিবই। ওলোৱা হাতীৰ দাঁত জানো কেতিয়াবা আকৌ ভিতৰ সোমায়? পিছে তাক কাটি চুটি কৰিব পাৰি। আপুনিও ইচ্ছা কৰিলে মোক পাঁচ বেতৰ ঠাইত এক বেত দিব পাৰে।"

মই সুধিলোঁ। "তেন্তে তই কব খোজ নেকি – তই ধপাত খোৱা নাই?"

সি কলে "সঁচাকৈয়ে খোৱা নাই, ছাৰ।"

—"তেন্তে তোৰ হাতত চিন বহিল কেনেকৈ?" সি কলে—"ছাৰ, কালি দেওবাৰে বৰ গৰম আছিল। দুপৰীয়া মই ভাত-পানী খাই উঠি বাহিৰা ঘৰৰ বেঞ্চি এখনত শুইছিলোঁ। ফুৰ্ ফুৰ্‌কৈ বতাহ লগাত টোপনি আহিছিল। তেতিয়া কোন দুষ্ট মানুহে জানো আমাৰ তালৈ আহি মোৰ হাতখনত চিলিম দি ধপাত খাইছিল। মই শুই উঠি দেখোঁ মোৰ হাতত ধপাতৰ চিন। হাতখন ধুই পেলায়ো দাগ খেদাব নোৱাৰিলোঁ। ইয়াকে কয় ছাৰ—দুষ্টৰ লটপট, শান্তৰ মৰণ। কোনোবাই ধপাত খালে, কোনোবাই এতিয়া বেতখাম। এক ৰবাই ধান খায়, এক ৰবাই হান খায়।"

মই কলোঁ—"দুষ্ট! তোৰ দেখোন মুখেদি সাহিত্য বাহিৰ হব লাগিছে। তই ভাবি চাচোন, তই কিজানি টোপনি অহাত কোনোবাই ধপাত খোৱাটো সপোনত দেখিছিলি? মনত কৰচোন ধপাত খোৱা মানুহজন তোৰদৰে আছিল নেকি,

সি কলে—"হয় ছাৰ তেনেকুৱা লাগিছে।" মই কলোঁ—"এতিয়া তই তাক বেত লববলৈ দে।" এই বুলি মই তাক এটাকোব মাৰি এৰি দিলোঁ।

( ৪ )

মন্ত্ৰীডাঙৰীয়াই কলে—"বৰুৱাই কওকচোন বাৰু, মণ্ডলৰ বুদ্ধিৰ কথা দুই-এটা কওক!"

অসাৱধান অৱস্থাত বহি থকা সমজুৱাক হঠাৎ সভাপতিয়ে অমুকাই কওক বুলি আদেশ দিলে যেনে লাগে, মোৰ তেনে লাগিল। তথাপি ময়ো এটা চুটি ঘটনা কলোঁ। তেতিয়া শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্ম্মা আছিল বোধহয় কামৰূপৰ ডেপুটী-কমিচনাৰ। ছয়গাঁৱত আছিল আমাৰ এজন বিখ্যাত ছব-ডিপুটী কলেক্টৰ। শৰ্ম্মাৰ ইচ্ছা হ'ল, এদিন গৈ ছয়গাঁৱৰ চান্দো সদাগৰৰ মেৰঘৰটো চাবলৈ। তেওঁ এছ. ডি চি চিক খবৰ দিলে হাতী এটা যোগাৰ কৰিবলৈ। লগে লগে তেওঁ কৈ পঠালে—মণ্ডল কাননগোসকলো তাত থাকিব লাগে—তেওঁ কাম চাব।

যথাসময়ত মণ্ডল-কাননগোসকল গৈ মেৰঘৰৰ ওচৰত থাকিল। ডি. চি. শৰ্ম্মা ডাঙৰীয়াই এটি পোৱালি হাতীত উঠি মেৰঘৰৰ ওচৰ পালেগৈ। কি দুৰ্ভাগ্য, হাতীৰ পোৱালিটো বেগাই গৈ থাকি মেৰঘৰৰ ওচৰত হুম্‌থকতে বৈ যোৱাত শৰ্ম্মাডাঙৰীয়া ওফৰি গৈ মাটিত থেকেচা খাই পৰিল। তেওঁ যথেষ্ট কষ্ট পালে আৰু কোনোমতে মাটিৰ পৰা উঠি পোছাকৰ মাটিবোৰ জোকাই

কাম নাচাওঁ বুলি উভতিল। ছয়গাঁও ডাক্তৰখানাত দুখপোৱা ঠাইত বেণ্ডেজ কৰাই লৈ গুৱাহাটী পালেগৈ।

পিছ দিনা ছবডিপুটী কলেক্টৰ তেখেতৰ খবৰ লবলৈ যোৱাত তেখেতে স্বভাৱসুলভ মিহি ভাষাত কলে—"হেৰি মজুমদাৰ, আপুনি আপোনাৰ মণ্ডল-কাননগোসকলক সুধিবচোন সিদিনা মই হাতীৰ পৰা মাটিত পৰি দুখ পোৱা সত্বেও তেওঁলোকে দেখোন নাহাঁহিলেও আৰু মোক মুতুলিলেও। ইয়াৰ কাৰণ কি? আপুনি মোক কবহি দেই।"

পিছ দিনা মজুমদাৰ এছ ডি. চিয়ে কলেহি—"ছাৰ, তেওঁলোকে কলে, চাহাবসকলে হেনো ঘোঁৰা বা হাতীৰ পৰা পৰিলে কোনোবাই যদি তোলেগৈ তেনেহলে বৰ খং কৰে। তাহানি মেকচুইনি চাহেবে বোলে তাকে কৰিছিল। গালি পাৰি ধমক্ দিছিল। আৰু আপুনি হাতীৰ পৰা পৰা দেখি বাৰু কোন মণ্ডল-কাননগোই হাঁহিব পাৰে?"

শৰ্ম্মাই কলে—"হেৰি, আপোনাৰ মণ্ডল-কাননগোসকলে তো জানে মই দুৰ্গেশ্বৰ শৰ্ম্মাহে; মেকচুইনি চাহেব নহওঁ। তেনেস্থলত বাৰু তেওঁলোকৰ তেনে ধাৰণা হব পায়নে? বাৰু যাওঁক এই বাৰলৈ। ভবিষ্যতলৈ তেওঁলোকক কব—ময়ো অসমীয়া চাহেবহে; পৰিলে দুখ পাওঁ আৰু কোনোবাই সহানুভূতি দেখুৱালে ভাল পাওঁ।" এইবিলাক গল্প-গুজৱৰ মাজেদি আমি গৈ গৈ মেছগুৰি পালোঁ। তাৰপৰা অলপ দূৰতেই কাউলী। কল-কুঁহিয়াৰেৰে ভৰা এখন বাৰীৰ কাষেদি হাতী

যাবলৈ ধৰিলে। হাতীৰ ওপৰৰ পৰাই চৌধুৰী ডাঙৰীয়াই ঘৰ এখনৰ কাৰবাক চিনিব পাৰি মাত লগালে। গিৰিহঁত ওলাই আহিলত তেওঁ হাতী ৰখাই সুধিলে—“তইঁতৰ ইয়াত কিমান দিন হ'ল ? মাটিৰ পট্টা পাইছনে নাই ?”

মানুহজনে উত্তৰ দিলে – “এথানো পাওৱা নাই।”

মই মাজতে মাত দিলোঁ—“আপোনাৰ নাম কি আৰু কিমান দিন ইয়াত আছে কওকচোন! মই বাক পট্টা কিয় হোৱা নাই চামগৈ। খাজানা দিছেনে নাই ?”

তেওঁ তেতিয়া ইফালে-সিফালে চাই উত্তৰ দিলে— “এইখিনিৰ পট্টা পাইছোঁ; খাজানাও দিছোঁ। সৌ সিখিনিৰহে পোৱা নাই।”

—‘দৰ্খাস্ত কৰিছে নে ?’ মই সুধিলোঁ।

—হয়, কৰিছোঁ। মহৰীৰ হাতত পইছা দি আহিছোঁ।

—কাগজত চহী দিছে নে নাই ?

—নাই। মহৰীয়ে যি দিব লাগে দিব নহয়। মই দহটকা দি আহিছোঁ। মোৰ নাম তেওঁ জানে।

মই কলোঁ—“এইদৰে নহয়। দৰ্খাস্তখন অন্ততঃ নিজে দি আহিব লাগে। নিজে তাত চহী দি বা টিপচহী—দি দৰ্খাস্তত কি লিখা হৈছে—বুজি-বাজিহে দাখিল দিব লাগে।”

উত্তৰত মানুহজনে কলে—“আমাৰ নো সময় ক'ত ? মহৰীকে গতাই দিছোঁ। তেৱেঁ যি কৰে।”

মই মানুহজনক পুনঃ দৰ্খাস্ত দিবলৈ কলোঁ। মন্ত্ৰী ডাঙৰীয়াই

হাতী চলাবলৈ মাউতক নিৰ্দ্দেশ দিলে। আমি আকৌ যাবলৈ ধৰিলোঁ।

গৈ গৈ এখন কছাৰী-বস্তি পালোঁ। মন্ত্ৰীয়ে হাতী ৰখাই গিৰিহতক সুধিলে—“ককাই, এইবোৰ মাটিৰ খাজানা দিয়ানে নিদিয়া ?”

সি ঘপৰাই কলে—“নিদিম নো আকৌ কিয় ? এইবাৰ খাজানা নিদিয়া বুলি আকৌ নিব আহিছা নেকি ? দিনে দিনে খাজানা বাঢ়িয়ে আছে দেখোন।”

মন্ত্ৰীয়ে কলে—“কিমান খাজনা দিছা ?”

—দুকুৰি দহটকা এই তুপুৰা মাটিত্তে এইবাৰ ভৰিছোঁ। সিবছৰ একুৰি পাঁচটকা ভৰিছিলোঁ। এইদৰে বাঢ়ি থাকিলে আমি গৰিব প্ৰজা ইয়াৰ পৰা উঠি যাবহে লাগিব।”

কৌতূহলবশতঃ মন্ত্ৰীডাঙৰীয়াতকৈ আগে ময়ে সুধিলোঁ— ‘ৰচিদ আছে ?’

—“আছে। দুয়োখন আছে। আৰু এতিয়া কিন্তু মই এটকাও দিব নোৱাৰোঁ।”

মন্ত্ৰীডাঙৰীয়াই কলে—“ভালকৈ পৰীক্ষা কৰি চাওক, বকৰা ; আপোনাৰ খাজানাই মায়া ধৰিছে। আপোনাৰ মণ্ডলে দুৰ্গেশ্বৰ শৰ্ম্মাৰ দৰে ডি, চি, কে পানী খুৱায়, আৰু এইবোৰক কি কথা ?”

মই কাগজবোৰ অনাই দেখোঁ যে নোটিচবোৰ বেদখলি মোকৰ্দ্দমাৰ, আৰু ৰচিদ জৰিমনা আদায়ৰহে, খাজানাৰ নহয়। মোৰ কথাবোৰ বুজিবলৈ বাকী নাথাকিল। মই মন্ত্ৰীডাঙৰীয়াক

কথাটো থোৰতে বুজাই দি মানুহজনক সুধিলোঁ—"ককাই, তুমি মাটি পাবৰ কাৰণে কেতিয়াবা দৰ্খাস্ত কৰিছিলা নে?"

উত্তৰত তেওঁ কলে—"নাই।"

—মণ্ডলে জানো কোৱা নাছিল?

--কৈছিল। পিছে, মণ্ডলকনো বিশ্বাস কৰোঁ কেনেকৈ? আৰু বা কি বিপাকত পৰোঁ। এইদৰে ঘৰতে খাজানা দিয়াই ভাল। পিছে বৰকৈ বাঢ়ি থকা কাৰনেহ নিৰুপায় হৈছোঁ।

মই কলোঁ—"বাৰু, আগতে যি হ'ল হ'ল। এইবাৰ এখেত মন্ত্ৰীমহোদয় নিজে আহিছে—এইবোৰ চাবলৈ। দৰ্খাস্ত দিলে এইবাৰ হব। মোৰ অফিচত মোৰ হাতত দৰ্খাস্তখন দি আহিবা। দৰ্খাস্ত দি পট্টা নোপোৱাকৈ বহা কাৰণে তোমাক জৰিমনাহে কৰিছে—তুমি পিয়াদাক দিয়া টকা খাজানা নহয়—জৰিমনা। দৰ্খাস্ত এইবাৰ নিদিলে কিন্তু মহা বিপদ হব। পুলিচে তোমাৰ ঘৰ ভাঙি দি তোমাক উচ্ছেদ কৰিব।"

"দৰ্খাস্ত দিম বাৰু দেউতা" বুলি মানুহজন ঘৰ সোমাল। আমিও যাবলৈ ধৰিলোঁ।

কাউলী পাই দেখা গ'ল দূৰৰ এখন পথাৰত যেন কোনোবাই এখন বিতোপন ৰঙা দলিচাহে পাৰি ৰাখিছে মন্ত্ৰী ডাঙৰীয়াক স্বাগত সম্ভাষণ জনাবলৈ। ক্ৰমে ওচৰলৈ গৈ দেখোঁ এবেগেতীয়া ওখ গছবোৰত ৰঙা জলকীয়া ভৰি লাগি আছে। কোনোজোপা গছত পাত দেখিবলৈয়ে নাই। জলকীয়াবোৰ

ৰঙাও ৰঙা কোৱাভাতুৰীয়া ৰঙা। মই কলোঁ।—“এইখন বিফুৰ গাওঁ।” মন্ত্ৰীডাঙৰীয়াই পোনেই কলে—“কি বিফুহে?” গোসাঁয়ে হাঁহি উত্তৰ দিলে—“বিফু কি নাজানে? বিফিউজিক এই অঞ্চলত বিফু বোলে।” এনেতে ওচৰৰ পৰিয়াল এটাৰ পৰা গিৰিহঁতজন ওলাই আহি আমাক সনম্ৰ অভিবাদন জনালে। কছাৰ জিলাৰ চহা লোকৰ আৰু বিফিউজিসকলৰ কঁকালে ভাঙি, হাত যোৰকৈ দিয়া নমস্কাৰটো অসমীয়া লোকৰ চকুত কেনেবা কেনেবা লাগে। তথাপি ই কিন্তু নম্ৰতাৰে পৰিচায়ক।

মই তেওঁক কলোঁ।—“এখেত আমাৰ অসমৰ কৃষি মন্ত্ৰী শ্ৰীযুত মহেন্দ্ৰমোহন চৌধুৰী।” তেওঁ আকৌ নমস্কাৰ জনালে। আমি হাতীৰ পিঠিৰ পৰা খন্তেক নামিলোঁ। মন্ত্ৰীমহোদয়ে ভগনীয়াসকলৰ লগত কথা পাতিলে। তাৰে এজন মানুহে নিভাঁজ অসমীয়া মাত মাতিছিল। মন্ত্ৰীডাঙৰীয়াই আচৰিত হৈ সুধিছিল—“আপুনি এনে সুন্দৰ অসমীয়া মাত-কথা ক'ত শিকিলে?”

উত্তৰত সেই মানুহজনে কলে—“দেউতা, পাকিস্থান কাহানিবাই এৰি বয়-বস্তু সকলোঁ লৈ আহিলোঁ। যেতিয়া, অসমীয়া কথা নকৈ, অসমীয়া মানুহৰ লগত মিলি নগৈ থাকিলে জানো কিবা লাভ হব? আমাৰ পূৰ্ব্বপুৰুষসকল জানো বঙ্গদেশৰ আছিল? কোনে জানে যে তেওঁলোকো হয়তো এদিন অন্য কোনোবা প্ৰদেশৰ পৰা পেটৰ দায়ত বঙ্গদেশলৈ আহি বঙালী হৈ পৰা নাছিল? গতিকে আমাৰ মতেৰে দেউতা, কি

দেশৰ অন্ন-জলেৰে আমি পোহপাল যাম সেয়ে আমাৰ দেশ, সেয়ে মাতৃভূমি।”

মন্ত্ৰীডাঙৰীয়াই মানুহজনৰ কথাখিনি শুনি স্তব্ধ হোৱাৰ দৰে হ'ল। তেওঁ বোধহয় সন্দেহ কৰিছিল—মানুহজন হয়তো কৰবাৰ ধূৰ্ত্ত-টটাটীঙা ভগনীয়া—; ছলাহী কথাৰে মুখৰ মালিহা মাৰিছে। কিন্তু সুধিপুচি জানিব পাৰিলে যে সেইজন লোকেই সেই চুবুৰী ভগনীয়াৰ মুখিয়াল লোক আৰু সেই অঞ্চলৰ উৎকৃষ্ট কৃষক। এবিঘা মাটিত তেৱেঁই হেনো সাৰ নিদিয়াকৈয়ে ওঠৰ মোন ধান পাইছিল। মন্ত্ৰীমহোদয়ে সেই খেতিয়কৰ নামধাম জেপৰ টোকা-বহীত লিখি ললে। পিছত খবৰ কৰি জনা গৈছিল—চৰকাৰৰ পৰা সেই খেতিয়কজনে চৰকাৰৰ এটা বুজন ধৰণৰ আৰ্থিক পুৰস্কাৰ পাইছিল।

সেইদিনা আৰু বেছি ঠাই চোৱা ন'হল। গধূলি হোৱাত কুমাৰীকাটালৈ ঘূৰি অহা হ'ল। ঘূৰি আহোঁতে মন্ত্ৰীমহোদয়ে কলে—“গোস্বামী, মানুহ চিনা বাস্তৱিকে বৰ কঠিন। অভিজ্ঞতাৰ দৰকাৰ। এছ, ডি, চি সকলে কিন্তু ঘেতা খাই খাই বহুত কথা শিকে।” মই উত্তৰ দিলোঁ—“তথাপি সিংহঃ পশুৰেব নান্যঃ।” গছ-বিৰিখত বোধহয় এতিয়াও প্ৰতিধ্বনি বাজি উঠে “তথাপি সিংহঃ পশুৰেব নান্যঃ।”

---

## গ্ৰন্থকাৰৰ বিভিন্ন পুথি সম্বন্ধে গোটাচেৰেক মন্তব্য

১। 'সাহিত্যৰ ৰূপৰেখা' ( মূল্য ২৸০ )—

আপোনাৰ "সাহিত্যৰ ৰূপৰেখা" পঢ়িলোঁ। কিতাপখনৰ মোৰ এটা কথাত বৰ ভাল লাগিল—সাহিত্য তত্ত্ব বহুতে লিখে—কিন্তু অনাহকত জটিল কৰি লিখে। আপুনি অযথা জটিলতা পৰিহাৰ কৰি পোনপটীয়া ভাষাৰে গভীৰ আলোচনা কৰিব পাৰিছে। সাধাৰণ সাহিত্যানুৰাগীৰ বাহিৰেও অসমীয়াক বিশেষ বিষয় কৰি পঢ়া ছাত্ৰৰ কাৰণে ( for students of Second Language ) এই কিতাপ বৰ লাগতিয়াল হব। আমাৰ প্ৰাগ্‌জ্যোতিষ কলেজৰ ছাত্ৰক পঢ়িবলৈ কবলৈ মই অসমীয়াৰ অধ্যাপকক অনুৰোধ কৰিম। —শ্ৰীতীৰ্থনাথ শৰ্মা, এম.-এ. প্ৰিন্সিপাল, প্ৰাগজ্যোতিষ কলেজ, গুৱাহাটি ; ২৩।৭।৫৭।

• • • •

—আপোনাৰ 'সাহিত্যৰ ৰূপৰেখা'ৰ ইঙ্গিতত ইংৰাজী গল্প পঢ়িবলৈ এটা প্ৰেৰণা লভিছোঁ। ভাল লিখিছে। খাঁটি অসমীয়া ভাষা ব্যৱহাৰ কৰিছে। ইমান কঠিন বিষয়বোৰ আপুনি ইমান প্ৰাঞ্জলভাৱে আলোচনা কৰিব পাৰিছে যে পঢ়িবলৈ মনে এৰা টান। —শ্ৰীগুণগোবিন্দ দত্ত, এম-এ, বি-এল ; প্ৰিন্সিপাল, যোৰহাট কলেজ ; ৩।৮।৫৭।

• • • •

—'সাহিত্যৰ ৰূপৰেখা'ৰ বহিৰাৱৰণটো দেখি বেনে ৰং পালোঁ। ভিতৰ সোমাই আৰু বেছি ভাল লাগিল। সাহিত্যৰ বেলেগ বেলেগ বিভাগৰ ( কাব্য, নাটক, আদি ) মূলকথা, লক্ষণ আদিৰ বিষয়ে সাহিত্যৰ পাঠক মাত্ৰেই জানিব লাগে. সাহিত্যৰ ছাত্ৰই ভালকৈয়ে জানিব লাগে।

এই কথাবোৰ সংস্কৃত, ইংৰাজী আদি বেলেগ ভাষাত লিখা কিতাপত সিঁচৰতি হৈ আছে, একেলগে একে ঠাইতে পোৱা নাযায়। আপুনি পঢ়ি-শুনি মূল আৰু লাগতিয়াল কথাবোৰ একেঠাই কৰি সৰল ভাষাত লিখি পাঠক সমাজৰ আগত দাঙি ধৰিছে। এই পুথি পঢ়ি সাহিত্যৰ বেলেগ বেলেগ বিভাগ সম্বন্ধে এটা ভাল ধাৰণা হব আৰু জিজ্ঞাসু লোকে বিভিন্ন প্ৰামাণ্য গ্ৰন্থ পঢিবলৈ উদগণি পাব। অসমীয়া ভাষাত এনে লাগতিয়াল কিতাপ পঢ়া মনত নপৰে। স্কুল-কলেজৰ ছাত্ৰ আৰু সাহিত্য-শিকাৰুসকলৈ আপোনাৰ পুথি অপৰিহাৰ্য্য।

—শ্ৰীযজ্ঞেশ্বৰ শৰ্ম্মা, এম-এ, প্ৰিন্সিপাল, নগাওঁ কলেজ : ১৭।৯।৫৭।

* * * *

—শ্ৰীবৰুৱাৰ এই পুথিখনে আমাৰ, বিশেষকৈ সাহিত্যৰ ছাত্ৰৰ, এটা ডাঙৰ অভাৱ পূৰ কৰিছে। পুথিখন কলেজীয়া ছাত্ৰৰ পক্ষে বিশেষ সহায়ক হব। —ডাঃ সত্যেন্দ্ৰনাথ শৰ্ম্মা, এম-এ, ডি-ফিল; সম্পাদক, অসম সাহিত্য সভা পত্ৰিকা, ষোড়শ বছৰ; প্ৰথম সংখ্যা।

* * * *

লিখকে নিষ্ঠাৰে আগৰে পৰা অসমীয়া আলোচনী 'জয়ন্তী', 'আৱাহন', 'সুৰভি', 'ৰাঁহী' আদি কাকতত সুচিন্তিত আলোচনামূলক প্ৰবন্ধ লিখি অসমীয়া সাহিত্যৰ যোগান ধৰি আহিছে; তাৰেই ফল স্বৰূপে এই পুথিখন অসমীয়া সাহিত্য-ভৰাঁলে এটি উৎকৃষ্ট সম্পদ লাভ কৰিলে।... আমাৰ মনেৰে এই 'সাহিত্যৰ ৰূপৰেখা'ই নতুন-পুৰণি সকলো লিখকৰে মনত এটি নব প্ৰেৰণা যোগাব পাৰিব। —অসমীয়া; ১০।৮।৫৭।

* * * *

—গোটেইখন পুথিতে লিখকৰ সুচিন্তা আৰু সংযত প্ৰকাশ-ভঙ্গীৰ নিদৰ্শন আছে। দেশ-বিদেশৰ মনীষীসকলৰ মত ঠায়ে ঠায়ে আছে

হয়, কিন্তু লিখকে নিজ চকুৰে বিষয়-বস্তুৰ ওপৰত নিৰীক্ষণ কৰিছে। 'সাহিত্যৰ ৰূপৰেখা' হঠাৎ চমকি উঠা চিক্‌মিকনি নহয়, ই ধীৰ, স্থিৰ বন্তিৰ জেউতি।

—অসম বাণী; ২।৮।৫৭।

* * * *

—এইনকুৱা উপাদেয় চিন্তাৰ আৰু প্ৰকাশৰ উন্মেষ কিতাপখনত বহুত আছে, আৰু সেইবিলাক আমাৰ ন-পুৰণি দুয়োবিধ সাহিত্যিকৰ আৰু সমাজৰ উপকাৰত আহিব বুলি আমি আশা কৰোঁ।

—নতুন অসমীয়া; ১৯।৫৭।

This is a neatly written volume of essays in criticism. The subjects coverd are : literature and its significance, poetry, drama, novel, short story and style in literature. The writer relies for his views and judgment on such widely accredited authorities as Nicholl, Hudson, Keith, Dr. S. N. Dasgupta, Dr. S. B. Dasgupta etc. The purpose of the book is to acquaint the reader with the widest principles of literary taste and criticism and the author is successful in this respect to a considerable extent. The language and manner of putting things are simple and effective. The students of literature will, we hope, find the book very useful. —*The Assam Tribune*. dated, 15.9.57.

* * * *

২। 'প্ৰজাপতিৰ নিৰ্বন্ধ' (মূল্য ৩৲)—

'প্ৰজাপতিৰ নিৰ্বন্ধ' আমাৰ সাহিত্যলৈ নিশ্চয় এক অভিনৱ অৱদান। সমাজৰ মনত হৈস্ হৈস্ আস্ আস্ লগা কথাবোৰ এনে মাৰ্জিত অথচ অৰ্থ-ব্যঞ্জক আৰু ৰসাল কৰি লিখিব পৰাটো কম কৃতিত্বৰ পৰিচায়ক

নহয়। যৌন-তত্ত্বৰ সম্পূৰ্ণ সংজ্ঞা নাথাকিলেও 'প্ৰজাপতিৰ নিৰ্ব্বন্ধ'ত সন্নিবিষ্ট অনুৰাগ-প্ৰেম-প্ৰীতি বিষয়ক প্ৰবন্ধকেইটা সেইবোৰৰ অন্তৰ্নিহিত সাহিত্যিক মাধুৰ্য্যৰ উপৰিও সংসাৰত প্ৰৱেশ কৰা যি কোনো লোকৰ বাবে বিশেষ উপকাৰী হব। —শ্ৰীপৰাগ চলিহা, এম-এ, প্ৰধান সম্পাদক, অসম সাহিত্য সভা; শিৱসাগৰ কলেজৰ উপাধ্যক্ষ; ১৮।১০।৫৭

* * * *

সুপৰিচিত লিখক শ্ৰীঅতুলচন্দ্ৰ বৰুৱাৰ হাতৰ পৰা ওলোৱা সদ্য-প্ৰকাশিত এইয়া অন্যতম ন-পুথি। দৰাচলতে উপন্যাস নহয় যদিও বিষয়বস্তুৰ প্ৰকাশভঙ্গী উপন্যাসৰ নিচিনাই হৈছে। বিষয়বস্তুৰ মনোগ্ৰাহিতাৰ উপৰিও পুথিখনৰ নিজস্ব বিশেষত্ব আছে। অসমীয়া ভাষাত এনে ধৰণৰ পুথি নিচেই তাকৰ। —অসম বাণী; ৮।১১।৫৭।

* * * *

—লেখকৰ বিষয়-সন্নিবেশ, প্ৰকাশভঙ্গী আৰু নিপুণতাই স্বৰ্গীয় ডাঃ বাণীকান্ত কাকতিদেৱৰ "সাহিত্য আৰু প্ৰেম"ৰ আলোচনাবোৰলৈ আমাক ঘনাই সোঁৱৰাই দিয়ে।

—নতুন অসমীয়া; ৫ জানুৱাৰী ১৯৫৮ চন।

* * * *

—বিভিন্ন প্ৰবন্ধত যৌন-অনুভূতিৰ বিচিত্ৰ অভিব্যক্তি আৰু লীলা প্ৰাচ্য আৰু পাশ্চাত্য সাহিত্য আৰু ইতিহাসৰ পৰা উদাহৰণ উদ্ধৃত কৰি শ্ৰীবৰুৱাই মনোগ্ৰাহী ৰূপত প্ৰকাশ কৰিছে। পুথিখন সমাচাৰ-বহুল কিন্তু ৰম্য-ৰচনাৰ দৰে সুখ-পাঠ্য। আজিৰি সময়ত একাধাৰে সাহিত্যৰ সোৱাদ আৰু যৌন-জীৱনৰ ঐতিহাসিক অভিব্যক্তিৰ আভাস আয়ত্ত কৰাত পুথিখনে পাঠকক প্ৰভূতভাৱে সহায় কৰিব বুলি আমাৰ বিশ্বাস।

দ্বিতীয় খণ্ডৰ গল্প চাৰিটা প্ৰথম খণ্ডৰ পৰিপূৰক স্বৰূপ ; প্ৰথম খণ্ডত কৰা মন্তব্যৰ যেন প্ৰকৃত উদাহৰণ বা দৃষ্টান্তহে। —ডাঃ সত্যেন্দ্ৰনাথ শৰ্ম্মা, এম-এ ডি-ফিল ; সম্পাদক, অসম সাহিত্য সভা পত্ৰিকা ; ষোড়শ বছৰ, ৩য় সংখ্যা।

* * * *

—পুথিখন আদ্যোপান্ত অধ্যয়ন কৰি আমি কব পৰা হৈছোঁ যে লিখকে বিভিন্ন সময়ত নানাভাৱে বৈ অহা সৃষ্টিতত্ত্বৰ চিন্তাধাৰাক একত্ৰিত কৰি যি এটি গভীৰ প্ৰবাহিনীৰ ৰূপ দিলে তাৰ দ্বাৰা সাহিত্যৰ এটি সম্পদ বৃদ্ধি হ'ল। আজিকালি বহুতে যৌন-বিচাৰ সম্পৰ্কীয় সাহিত্যক অশ্লীল-মাৰ্গী বুলি অভিহিত কৰিব খোজে ; কিন্তু আমাৰ সমাজত এতিয়াও এনাৰি কথা প্ৰচলিত আছে যে, "হব জানিলে মাক-পুতেকৰেও কথা হব পাৰে।" কথাষাৰিয়ে যে মাক পুতেকৰ ভিতৰত যৌন সম্বন্ধীয় আলোচনা কৰাৰ কথাকে বুজাইছে তাত সন্দেহ নাই। সেইদৰে "প্ৰজাপতিৰ নিৰ্ব্বন্ধ" লিখকে এই পুথিখনিত যিদৰে প্ৰসঙ্গ তুলিছে তাত অশ্লীলতাৰ কদৰ্য্য ৰূপ সমূলি নাই বুলি আমাৰ বিশ্বাস। ইয়াৰ ভাষা সংযত আৰু সুখ-পাঠ্য। আমি ইয়াৰ বহুল প্ৰচাৰ কামনা কৰোঁ।

—সম্পাদক, অসমীয়া ; ২২ মাৰ্চ্চ, ১৯৫৮ চন।

**PRAJAPATIR NIRBANDHA :**

This book of essays is divided into two parts The first part is all about women and women, their ways and charms, love, marriage and morals. All the eight essays illustrated profusely from classics of the world, are refreshing and thougt-provoking, thus making happy reading The second part contains four stories with an amusing background. Those who are listening to the call of Prajapati would find this a balm to the irritated minds. —*The Assam Tribune*, dated 4.3.58

৩। 'সমালোচনা-সাহিত্য' ( মূল্য ৩৲ টকা )—

ন-পুৰণি দহখন গ্ৰন্থৰ আলোচনা আৰু তত্ত্বৰ চমু ইতিবৃত্ত, প্ৰকাৰ, লক্ষণ আৰু উদ্দেশ্যৰ আলোচনা থকা আগকথাসহ শ্ৰীবৰুৱাৰ "সমালোচনা-সাহিত্য" নামৰ এই পুথিখন অসমীয়া সাহিত্যলৈ নবতম অবদান।•• লিখকৰ ভাষা প্ৰাঞ্জল, বক্তব্য বিষয়ক সহজকৈ প্ৰকাশ কৰিব পৰা ক্ষমতা আছে, আলোচনাখিনি পঢ়ি যাওঁতে পাঠকৰ অৱসাদ নাহে। লিখকে আলোচ্যমান গ্ৰন্থ কেইখনৰ ভিতৰলৈ প্ৰবেশ কৰি তাৰ সৌন্দৰ্য্যৰ আভাস পাঠকক দিবলৈ সক্ষম হৈছে। আমাৰ সাহিত্যত এনে গ্ৰন্থৰ বিশেষ প্ৰয়োজন। ডাঃ সত্যেন্দ্ৰনাথ শৰ্ম্মা, এম-এ, ডি-ফিল, গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক আৰু অসম সাহিত্য সভা পত্ৰিকাৰ সম্পাদক ; ষোড়শ বছৰ তৃতীয় সংখ্যা।

* * * *

—আমি পুথিখন শিক্ষাৰ্থী আৰু সাহিত্যানুৰাগীৰ কাৰণে বিশেষ মূল্যবান বুলি অনুভৱ কৰিছোঁ। —নতুন অসমীয়া ; ৬ জুলাই, '৫৮।

* * * *

—সমালোচনা সম্পৰ্কে লিখা ২৯ পিঠিৰ প্ৰবন্ধটোৰে কিতাপখন আৰম্ভ কৰি লিখকে পুৰণি নাটত সূত্ৰধাৰে দিয়াৰ দৰে প্ৰতিপাদ্য বিষয়ৰ খুলমূল আলোচনা সংক্ষেপে কৰিছে।•• প্ৰস্তাৱনাত লিখকে কৈছে যে 'সাহিত্যৰ ৰসাস্বাদন, ৰসোপলব্ধি আৰু ৰস-বিচাৰৰ কাৰণে পাঠকৰ অন্তৰত আগ্ৰহ আৰু প্ৰেৰণা যোগোৱাই "সমালোচনা সাহিত্য"ৰ মুখ্য উদ্দেশ্য।' আমাৰ বোধেৰে সেই উদ্দেশ্য যথেষ্টৰূপে সাৰ্থক হৈছে।

—অসম বাণী ; ২৮ মাৰ্চ, '৫৮।

**SAMALOCHANA SAHITYA :**

This is a book of essays in criticism by the author of Sahityar Ruprekha." The initial essay goes into the meaning of literary criticism and its different modes. Both the Indian as well as the Western views are here taken into consideration In the few other essays, each one of value, the writer has taken for evaluation Sankardeva's *Balichalan* and *Rukminiharan-nat*, Madhavdeva's *Rajasuya*, Rama Saraswati's *Kulachala-vadha* and Gopaldeva's *Janmayatra* among the classics of Assam's medieval Vaishnava literature, as also such modern publications as Bholanath Das's *Sitaharan-kavya*, Rajanikanta's *Miri-Jiyari*, Indreswar Barthakur's *Srivatsa-Chinta*. All these papers would go a long way to acquaint the reader with the beauties of these works, and would also give the pleasure of the writer's good style of presentation. The reading public in general and the students of Assamese literature particularly would, we are sure, consider this sheaf of essays a great benefit done to them.

—*The Assam Tribune*, dated 4.5.58.

৪। 'উলট-পালট' ( মূল্য ১৲ টকা )—

—'উলট-পালট'ত বাঁড়ৰ গাখীৰ, পুতলাৰ বিচাৰ, টেঙৰ সঙৰ, বেঙৰ নাকত খৰে খালে, কলা ভোঁৰাই আৰু বেমাৰী সহৰ, কাজিৰ বিচাৰ আদি বাৰটা সুহেতীয়া গল্প সন্নিবিষ্ট আছে। চুটি আৰু সৰল, অথচ ৰহস্যপূৰ্ণ হোৱা বাবে গল্পবোৰ শিশু, ডেকা আৰু বুঢ়া সকলোৰে কাৰণে সমভাৱে মনোৰঞ্জক হৈছে।

—অসম বাণী ; ১৪ ফেব্ৰুৱাৰী, '৫৮

* * * *

**OLAT-PALAT :**

**This is a laughing bundle of sketches and stories for the tiny tots, written easily, but written with much wit. It makes us enjoy a happy smile, and would go to provide the tiny tots with hearty laughter.**

—*The Assam Tribune*, dated 4.5.58.

*　　*　　*　　*

—কিতাপখন পঢ়ি অকলে অকলে দিলখুলি বহুত সময় হাঁহিছিলোঁ। আৰু তাকে দেখি ঘৰৰ মানুহ আচৰিত হৈছিল। কেনে পাইছোঁ তাতেই বুজিব। —শ্ৰীহৰেন্দ্ৰনাথ শৰ্ম্মা, বি-এ ; হেড্ মাষ্টাৰ, পাট্টাচাৰকুছি হাই স্কুল।

৫। 'গল্প-ভাৰতী' ( মূল্য ২৲ টকা।

—পুথিখন সহজ সৰল ভাষাত লিখা বাবে আৰু বিষয়বস্তুখিনি ৰসাল আৰু উপাদেয় হোৱা হেতুকে অতিশয় মনোগ্ৰাহী আৰু সুখপাঠ্য হৈ উঠিছে। ই গল্পৰ মাজেদি প্ৰতিভাত হোৱা ভাৰতৰ অতীত শিক্ষাৰ প্ৰতীক স্বৰূপ। —শ্ৰীদীননাথ চহৰীয়া, বি-এ, বি-টি ; হেড্ মাষ্টাৰ, মঙ্গলদৈ হাই স্কুল।

*　　*　　*　　*

—বেদ, উপনিষদ, ৰামায়ণ, জাতক, মহাভাৰত, হৰিবংশ আৰু ভাগৱত—এই সকলোৰে পৰা উপাদেয় গল্প আহৰণ কৰি সন্নিবিষ্ট কৰাত পুথিখন চিত্তাকৰ্ষক আৰু মনোগ্ৰাহী হৈছে। স্বাধীন ভাৰতৰ শিক্ষাৰ্থীক এনেবোৰ বিষয় বিশেষভাৱে শিক্ষা দিয়াৰ প্ৰয়োজন হৈ পৰিছে। পুথিখনৰ ভাষাও প্ৰাঞ্জল আৰু ৰসাল। এনেবোৰ পুথি শিক্ষাবিভাগৰ গুৰিয়ালসকলৰো চকুত পৰা উচিত।

—শ্ৰীৰঘুনাথ চৌধাৰী ( বিহগী কবি ) ; গুৱাহাটী।

৬। **'কাব্য-প্ৰভা'** ( ৫ম সংস্কৰণ, মূল্য ১।৷০ টকা )

—ন-পুৰণি দুয়োবিধ কবিতাৰ সংগ্ৰহ হিচাপে 'কাব্য-প্ৰভা' **অসমীয়া** সাহিত্যত **অপূৰ্ব্ব** আৰু অদ্বিতীয় বুলি নিঃসন্দেহে **কব** পাৰি।

—শ্ৰীৰঘুনাথ চৌধাৰী ( বিহগী কবি ) ; গুৱাহাটী।

* * * *

কবিতাবোৰ সাহিত্য-বুৰঞ্জীৰ যুগ হিচাপে দিয়া গৈছে আৰু সেই সেই যুগৰ ৰচনা আৰু ভাব-ধাৰাৰ প্ৰকাশক হৈ পৰিছে।

—৺গোপীনাথ বৰদলৈ ; গুৱাহাটী।

* * * *

এই পুথিত ন-পুৰণি দুয়ো চামৰ লিখকৰ কবিতালৈ প্ৰায় সমানে চকু দিয়া হৈছে। —'অসমীয়া' ; ১৪।১০।৫১

৭। **'ভূমি আৰু জীৱন'** ( মূল্য ৫৲ টকা )

—এই পৰ্য্যায়ৰ পুথি অসমীয়া সাহিত্যত এয়ে প্ৰথম। ভাষাৰ প্ৰাঞ্জলতা আৰু তৃতীয় খণ্ডৰ প্ৰাণস্পৰ্শী বৰ্ণনাৰ ঘটনাকেইটাই পুথি-খনক উপন্যাসৰ ৰমণীয়তা দান কৰিছে। —প্ৰেমনাৰায়ণ।